# সেদিন

চন্দ্ৰপ্ৰসাদ শইকীয়া

পৰিবেশক
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী-১ : অসম

**Edin :** A collection of two long stories in Assamese by Chandra Prasad Saikia, Gauhati. Published by Udayan, Gauhati-3, Assam. First published in July, 1969.

প্ৰকাশক
**উদয়ন**
গুৱাহাটী-৩

প্ৰথম প্ৰকাশ
জুলাই, ১৯৬৯

পৰিবেশক
**লয়াৰ্চ বুক ষ্টল**
গুৱাহাটী-১

প্ৰচ্ছদপট শিল্পী
বেণু মিশ্ৰ
গুৱাহাটী

মূল্য
**চাৰি টকা**

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ**
৬৬ গ্ৰে ষ্ট্ৰীট
কলিকতা-৬

শ্ৰীমান প্ৰফুল্লপ্ৰসাদ শইকীয়াৰ
হাতত

'এদিন' আৰু 'সূৰ্য্যস্নান' এই দুটা দীঘল গল্প ( বহুতে এই দীঘল গল্প দুটাক উপন্যাসিকা আখ্যাও দিব পাৰে ) ৰচনাৰ ব্যৱধান কাল হ'ল যোল বছৰ। ১৯৫১ চনত কলিকতাত এম. এ. পঢ়ি থকা কালতে 'এদিন' লিখিছিলো আৰু তেতিয়াই শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ দ্বাৰা সম্পাদিত 'ৰামধেনু'ত তাৰ ধাৰাবাহিক প্ৰকাশ ঘটিছিল। এই দীঘল গল্পই মোৰ প্ৰথম সাহিত্য-কৰ্ম্ম বা ৰচনা।

প্ৰখ্যাত বঙালী লিখক শ্ৰীগোপাল হালদাৰৰ বিখ্যাত উপন্যাস 'একদা'ৰ টেক্‌নিকটো মই সজ্ঞানে 'এদিন'ত প্ৰয়োগ কৰিছো আৰু আজি অনুভৱ কৰিছো যে 'একদা' পঢ়ি এদিন মই অভিভূত নোহোৱাহেঁতেন এই ৰূপত 'এদিন'ৰ ৰচনা সম্ভৱ নহ'লহেঁতেন। নিজৰ সাহিত্য-চৰ্চ্চাৰ প্ৰথম পৰিচয় হিচাপে ইয়াৰ আবেগিক মূল্য মোৰ বাবে যথেষ্ট আৰু তাৰ পৰিণামতে সুদীৰ্ঘ দিনৰ পিচত গ্ৰন্থ আকাৰে এই প্ৰকাশ। অৱশ্যে তেতিয়াৰ এই অপৰিপক্ক ৰচনাৰ প্ৰতি মোৰ বৰ্ত্তমান ধাৰণা সুখজনক নহয়।

আনহাতেদি, 'সূৰ্য্যস্নান' নামৰ দীঘল গল্পটো ১৯৬৭ চনৰ বিহু-সংখ্যা 'অসম বাণী'ত প্ৰকাশ হৈছিল।

যোল বছৰৰ ব্যৱধানৰ এই দুখন ৰচনাক একে গ্ৰন্থতে সন্নিৱিষ্ট কৰাৰ কোনো সাহিত্যিক উদ্দেশ্য নাই। অৱশ্যে প্ৰায় দুটা যুগৰ ৰচনাৰ মাজত থকা ভাৱ আৰু ভাষাৰ পাৰ্থক্য ৰসজ্ঞজনৰ দৃষ্টিত নপৰাকৈ নাথাকিব।

'এদিন'ক গ্ৰন্থ আকাৰে প্ৰকাশ কৰিবলৈ বহুদিন ধৰি ভালেকিজন সহৃদয় প্ৰবীণ আৰু নবীন ব্যক্তিয়ে লিখকক জনাই আহিছে। তেওঁলোকৰ প্ৰতি মোৰ হৃদয়ৰ গভীৰ কৃতজ্ঞতা আৰু শুভেচ্ছা জ্ঞাপন কৰিলো।

গুৱাহাটী
এক জুলাই, ১৯৬৯

**চন্দ্ৰপ্ৰসাদ শইকীয়া**

# এদিন

[ মহাকালৰ বিৰামহীন যাত্ৰাপথত মানুহৰ জীৱনত একোটা দিন সাগৰৰ বুকুত উঠা একোটা ঢৌৰ দৰে। সাগৰত ঢৌৰ সৃষ্টি হয়, কিন্তু সেই ঢৌৰ পৰা সাগৰৰ সৃষ্টি হব নোৱাৰে। অথচ, সেই অসংখ্য ঢৌৰ সমষ্টিয়েই একোখন সাগৰ। মানুহৰ দীঘলীয়া জীৱনতো একোটা দিন গণনাহীন হলেও সেইদিনৰ সমষ্টিয়েই একোটা সম্পূৰ্ণ জীৱন। একোটা দিন দীপালীৰ ৰাতিৰ একোগছি বন্তিৰ দৰে—তাৰ নিজস্ব পোহৰ আৰু প্ৰকাশ আছে। এই একোটা দিনৰ ভিতৰতে হয়তো এৰি অহা দিনৰ স্মৃতিয়ে মন ঢৌৰাই থৈ যায়হি, অনাগত দিনৰ বেলেগ বেলেগ সমস্যাই কেতিয়াবা একোটা দিনৰ ভিতৰতে বেলেগ ৰূপ ধাৰণ কৰে আৰু জীৱন যাত্ৰাৰ একোটা দিক এই এটা দিনৰ ভিতৰতে মুকলি ভাৱে ধৰা দি যায়।

ঠিক এনেকুৱা এটা দিনৰে কাহিনী। ]

## এক

উনৈশ শ পঞ্চাশ চন, দুই অক্টোবৰ।

চাইমা ঘড়ীৰ এলাৰ্ম জোৰেৰে বাজি উঠিল। এলাৰ্মৰ শব্দই আৰু এটা ৰাতিৰ অৱসান ঘটালে।

পোহৰৰ কণা চাৰিওফালে বিয়পি পৰিছে। জনসমাবেশহীন নগৰীৰ ধূসৰ বহল আলিৰ ওপৰত দুটা-এটা আন্ধাৰপ্ৰিয় জন্তুৰ পোহৰৰ পৰা আঁতৰি পলোৱাৰ গতি। ব্ৰহ্মপুত্ৰৰ পানীৰ পৰা উঠি অহা মৃদু বতাহ, তাৰ সংস্পৰ্শ লাভৰ আশাত নগৰীৰ সুখীলোকজন হাঁহি মুখেৰে ঘৰৰ পৰা ওলাই আহিবলৈ আৰু মাত্ৰ অলপ সময়হে বাকী।

চকু দুটা মোহাৰি বিচনাৰ ওপৰত অৰবিন্দ বহে। আকৌ চকু দুটা তাৰ মুদ খাই আহে। লেপখন ডিঙিলৈকে টানি সি আকৌ শুই পৰে। কি দৰ্কাৰ এই সুন্দৰ ৰাতিপুৱা এটা প্ৰাণভৰি শুই কটাই নিদি কিছুমান অনিশ্চিত সমস্যাৰ পিচত ঘূৰিবলৈ! চাৰে তিনিঘণ্টা মাত্ৰ সি শুব পৰিছিল, কি আৱশ্যক আছিল এলাৰ্মটো দি থোৱাৰ—কি দৰ্কাৰ মেছিনৰ দৰে ঘূৰি ফুৰিবৰ! বিশ্ৰাম নাই, আৰাম নাই, সঙ্গী নাই!

গান্ধী জয়ন্তী আজি। কলেজ বন্ধ।

লেপখন মূৰলৈকে টানি চকু দুটা ভালদৰেই সি মুদি দিয়ে।

"দাদা, ৰাতি নৌ পুৱাওঁতেই চাহ কৰিবলৈ কৈছিলা নহয়।"—ভাৰতী, তাৰ ভনীয়েক। ৰাতিপুৱা চাহ আনকাল নকৰে তাই, কাম কৰা ল'ৰা এটাই কৰে। অৰবিন্দৰ কাম আছে। একমিনিটো সময় খৰছ কৰিবলৈ নাই। বন্ধৰ দিনত তাৰ কিমান কাম, তাই নাজানিলে আৰু কোনে জানিব!

ভাৰতীৰ মাত শুনা মাত্ৰকে জাপ মাৰি অৰবিন্দ বিচনাৰ পৰা উঠি

আহে। খিৰিকীৰ পৰ্দাখন দাঙি বাহিৰলৈ এবাৰ সি চালে। মধুৰীআম জোপাৰ পৰা এটা বাদুলি উৰি গ'ল, ইফালৰ পৰা এটা শিয়াল দৌৰি পলাল। নাই, মানুহৰ বাহিৰে এতিয়া আৰু কোনো প্ৰাণী শুই থকা নাই।

মুখখন ধুই সি বহে। ভিতৰত কাপ-প্লেট আৰু চামোচৰ টুং টাং শব্দ। মাকে সাৰ পোৱাৰ আগতেই ওলাই যাব পাৰিলে ভাল হয়।

চাহৰ কাপ হাতত লৈ সি ঠিক কৰিছে সৰ্ব্বপ্ৰথমে যক্ষ্মাৰোগত আজি অতদিনে ভুগি থকা প্ৰশান্তৰ ওচৰলৈকে যাব লাগিব।

মাক আহি তাৰ আগত থিয় দিলেহি।

"কালি ঘৰ পাওঁতেই ৰাতি ডেৰ বাজিল, শুব পাৰিলি মাত্ৰ অলপ সময়। আজি অলপ পলমকৈ গ'লে নহয় নে? অসুখ কৰিবলৈ কিমান সময় লাগে।"

অৰবিন্দই মাকক আৰু কবলৈ নিদি খৰকৈ কয়, "সুৰেন মামাই খুব ৰাতিপুৱাই মাতি পঠিয়াইছিল, কি কামত জানো। তেওঁলোকৰ ঘৰতে ভাতো বোধকৰো খাব লাগিব।"

"সুৰেনক গধূলিকৈ মই মাতিছো বুলি কৈ আহিবি।"—এই বুলি মাক ওলাই যায়।

কলেজৰ কৃষ্টি সংঙ্ঘই গান্ধী জয়ন্তী পালন কৰিবলৈ ঠিক কৰি তাক নিমন্ত্ৰণ কৰিছিল। নাই, যোৱা আৰু নহব তালৈ।

গান্ধী জয়ন্তী। গান্ধীক এজন ব্যক্তি বুলি ধৰিব নোৱাৰি। তেওঁ এটা অনুষ্ঠান। ব্যক্তিৰ মৃত্যু হব পাৰে, অনুষ্ঠান অমৰ। 'মোৰ জীৱনেই মোৰ বাণী'—দিনে দিনে সামাজিক আৰু মানসিক অধঃপতনৰ মাজত ডুব গৈ তেওঁৰ জীৱনৰ বাণী উপলব্ধি কৰা আজি নাই কোনেও। সভাত দুআষাৰ কথা কৈ একো লাভ নহয়। ডাঙৰ বস্তুৰ মূল্য অনুভৱ কৰা যায় হেৰুৱাই, কিন্তু গান্ধীক হেৰুৱাই ভাৰতৰ মানুহে তেওঁৰ মহত্ত্ব বুজি পালেও তেওঁৰ শিক্ষা লৈছে ক'ত?

সি এতিয়াই ভৰলুমুখ পাবগৈ লাগিব। অকণমান কোঠা এটাৰ মাজত, সৰু বিচনা এখনৰ ওপৰত বুকুৰে গাৰু হেঁচি ধৰি এটা যক্ষ্মাৰোগত শেষ হৈ যাবলৈ ধৰা হতভগীয়া তালৈকে বাট চাই ৰৈ আছে। শুই শুই সি ভাবে—বহুতবোৰ কথাই ভাবে। খিৰিকীৰ



মাজেৰে দেখে দূৰণিৰ নীল আকাশৰ তলত ৰেখা টানি এজাক বগলী উৰি যায়। অৰবিন্দৰ মনত পৰে কলেজত পঢ়ি থাকোতে প্ৰশান্তই কোৱা এষাৰ কথা, "লোকৰ কিতাপৰ পৰা 'চেকেণ্ডহেণ্ড' জ্ঞানখিনি লৈ কি লাভটো হব? থাইচিছ্ হলে মোৰ বৰ ভাল বুজিছ, ভগা বুকুখন গাৰুৰে হেঁচি ধৰি ধৰি কাহৰ ছন্দে ছন্দে কীটছৰ দৰে অবিৰাম গতিৰে কবিতা লিখি যাব পাৰিম।"

থাইচিছ্ নোহোৱাকৈ নাথাকিল, কিন্তু কবিতা লিখাৰ ভাগ্য তাৰ নহ'ল। কীটছৰ থাইচিছ হৈছিল, কিন্তু প্ৰত্যেকটো থাইচিছ্ হোৱা মানুহেই কীটছ নহয়। "Heard melodies are sweet but those unheard are sweeter."

নদীৰ পাৰে পাৰে যোৱা আলিটোৰেদিয়েই অৰবিন্দ আগবাঢ়ে।

কাছাৰী ঘাট। ব্ৰহ্মপুত্ৰৰ পানী যিমান দিন থাকিব সিমান দিন শ শ নৰ-নাৰীৰ তীৰ্থস্থান হৈ থাকিব।

জুবিলী গাৰ্ডেন। এই খনেই মাত্ৰ এখন গাৰ্ডেন য'ত এপাহি ধুনীয়া ফুল চকুত নপৰে।

নৰ্থব্ৰুক গেট্। স্মৃতি বিস্মৃত কোনোবা পৰিকল্পনাহীন কাৰিকৰৰ কঠুৱা হাতৰ চিন স্বৰূপে এটা বিৰাট দৈত্যৰ দৰে থিয় হৈ আছে।

কাষেদি ধীৰ গতিৰে বৈ আছে ব্ৰহ্মপুত্ৰ। তাৰ বুকু কঁপাই অহা দুই এখন জাহাজ, ধোঁৱা আৰু শব্দ; চিমনিৰ অজস্ৰ উদগীৰিত ধূম্ৰকুণ্ডলী। ৰাতিৰ আন্ধাৰত মাছ ধৰি অৱশ হৈ পৰা মাছমৰীয়া মানুহৰ ক্ষীণ হাতৰ বঠাৰ শব্দ। দুটা টকাৰ কাৰণে এটা দীঘলীয়া ৰাতি কাটি গ'ল সিহঁতৰ বহল নদীৰ বুকুত।

দূৰৰ কামাখ্যাৰ ওপৰত ঘনীভূত ধূসৰতা, তীৰ্থৰ মাজত সোমাই থকা ৰহস্যময় ইতিহাসৰ বোজাৰ দৰেই। ওপৰলৈ চাই সি দেখে কেবামহলো ওখ পকাদালান, তাৰ ৰেলিঙত আৰি থোৱা আছে বস্তা আৰু সূৰ্য্যৰ পোহৰে নেদেখা ৰমণীৰ পানীৰ মুখ নেদেখা শাৰী।

দেশভক্ত ফুকনৰ ঘৰৰ ওপৰেদি বৰ ডাঙৰ আকাশী জাহাজ এখন কোবাল গতিৰে উৰি যায়। ভৰলু নৈৰ পানী এদিন শুকাই হয়তো শেষ হৈ যাব কিন্তু অসমৰে নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ জাতীয়তাবাদৰ বুৰঞ্জীপাতত দেশভক্তৰ নাম অক্ষয় হৈ থাকিব। অসমত কংগ্ৰেছ

প্ৰতিষ্ঠানৰ আৰু তাক অভূতপূৰ্ব্ব সাহসেৰে শক্তিশালী কৰাৰ ইতিহাস দেশভক্তৰ জীৱনৰ কঠোৰ সংগ্ৰামৰ সুউজ্জ্বল ইতিহাস। ১৯২৬ চনৰ ভাৰতীয় কংগ্ৰেছৰ অধিবেশনে দুটা কাম বৰ সুন্দৰ ভাবে সমাধা কৰি গ'ল—একালে ই অসমক ভাৰতবৰ্ষৰ ৰাজনৈতিক মেপত সুস্পষ্ট কৰি ফুটাই তুলিলে আৰু আনফালে অপূৰ্ব শক্তিৰে শক্তিমান এজন সিংহ পুৰুষক সৰ্বস্বান্ত কৰি মৃত্যুৰ নিশ্চিত মুখলৈ ঠেলি দিলে।

নাই, আজি আৰু সেইদিন নাই! সেই ব্যক্তিও নাই, ব্যক্তিৰ পূজাও নাই! "Time is out of joint."

## দুই

"জীয়াই থাকিবৰ কাৰণে ভাল হব খোজা নাই মই। দুদিনমান ভাল হৈ ইহঁতৰ ওপৰত সাংঘাতিক ধৰণে এটা প্ৰতিশোধ লৈ যাব নোৱাৰিলে"—বিচনাৰ পৰা জপিয়াই উঠিব খোজা প্ৰশান্তক অৰবিন্দই জোৰেৰে বিচনাত শুৱাই দিয়ে।

অকণমান এটা কোঠা। টেবুল এখনৰ ওপৰতে সাৱধানে সজাই থোৱা আছে দৰৱৰ বটল গিলাচ আদি। আন এখন সৰু টেবুলৰ ওপৰত কেইখনমান ইংৰাজী কিতাপ, সাহিত্য আৰু ৰাজনীতিৰ। বেৰৰ দাঁতিৰ বিচনা এখনৰ ওপৰত পৰি আছে ক্ষীণ চকুৰ প্ৰশান্ত, যেন পুঞ্জীভূত বেদনাৰ প্ৰতীক। কোনেও নমতাকৈয়ে সি যেন এইখন পৃথিবীলৈ এদিন আহিছিল!

টেবুলৰ কাষত থিয় হৈ কেটলিৰ পৰা কাপত চাহ বাকিছে দীপালীয়ে। প্ৰশান্তৰ ভনীয়েক দীপালী, পৃথিবীৰ আটাইবোৰ আপোন মানুহে যেতিয়া তাক এৰি গ'ল, তেতিয়া এই ছোৱালীজনী মাত্ৰ থাকিল তাৰ কাষত। তাইৰ হাতৰ শুশ্ৰূষা নোপোৱাহেঁতেন প্ৰশান্তৰ কি হ'লহেঁতেন অৰবিন্দই ভালদৰেই জানে।

আই-ভাৰতী-দীপালী—মৰম চেনেহৰ একোটা বোৱতী নিজৰা। অসমদেশৰ ঘৰে ঘৰে ইহঁতৰ চেনেহ সিঁচৰিত হৈ আছে, ইহঁতৰ মৃত্যু নাই।



বিচনাৰ ওপৰত পৰি গৰম পানীৰ বেগটো বুকুত লৈ প্ৰশান্তই উত্তেজিত ভাবে কথা কৈ যায়। কাষত বহি দীপালীয়ে তাৰ হাত দুখন ধৰি থাকে। অৰবিন্দই তাৰ মুখলৈ চাই থাকে, এটা কথাও তাৰ শুনিবৰ মন নাই। বহুতবোৰ পুৰণা কথা তাৰ মনত পৰিছে—প্ৰশান্তক এৰি অহা দিনবোৰৰ কথা। প্ৰত্যেকটো ঘটনাই ধীৰে ধীৰে তাৰ মনৰ চকুৰ আগত ভাহি উঠিছে।

সি যদি প্ৰশান্তৰ কথা নাজানে, অসম দেশত আৰু কোনেও নাজানে।......

ইংৰাজ চৰকাৰৰ অতি প্ৰিয়পাত্ৰ জিলাৰ চিভিল চাৰ্জন ভবানী বৰুৱা আছিল প্ৰশান্তৰ দেউতাক। তেওঁৰ ইচ্ছা আছিল ল'ৰা-ছোৱালী-বোৰক আদৰ্শ মানুহ কৰি তোলা, যদিও আদৰ্শৰ স্বৰূপ তেওঁৰ কাৰণে আছিল বেলেগ ধৰণৰ। ডাঙৰ পুতেক জয়ন্ত চাৰ্টাৰ্ড একাউনটেণ্ট, দিল্লীত ভাৰত চৰকাৰৰ ডাঙৰ ইন্‌কমটেক্স অফিছাৰ। মাজু পুতেক প্ৰদীপ লেবাৰ অফিছাৰ, ডিব্ৰুগড়ত থাকে। প্ৰদীপৰ পিচৰে কল্পনা, গাৰ্লছ কলেজৰ অধ্যাপিকা।

বৰুৱাৰ ল'ৰা-ছোৱালীবোৰক লৈ কৰা পৰিকল্পনা ঠিকেই হৈছিল, কিন্তু পৰিকল্পনাৰ অনুবাদ মানুহৰ জীৱনত প্ৰায়ে নহয়েই। সমস্যাৰ পৰা আঁতৰি থকাৰ চেষ্টা কৰিলেও অক্টোপাচৰ দৰে সমস্যাই আগুৰি ধৰেহি, সময়ৰ কঠোৰ শিকলিৰ নিৰ্ম্মম বান্ধ নাখাওঁ বুলি বেপৰোৱা হৈ থাকিলেও হাত দুখন সেই শিকলিৰ ফালে আপোনাআপুনি আগবাঢ়ি যায়।

সন্ধিয়া ফুৰি আহি এদিন ভবানী বৰুৱাই দেখিলে—কলিকতাত এম-এ পঢ়া সৰু পুতেক প্ৰশান্তই কলিকতাতে বি-এ পঢ়া সৰু জীয়েক দীপালীক লৈ বৃটিছ-বিৰোধী কিছুমান কাগজ-পত্ৰেৰে ঘৰ সোমাইছেহি। তেওঁৰ সমস্ত শৰীৰৰ তেজ চকুলৈ আহিল আৰু অবাক হৈ কাষৰ আৰামী চকিখনত সোমাই পৰিল।

প্ৰশান্তৰ কথা—'কুইট ইণ্ডিয়া' আন্দোলন ভাৰতৰ স্বাধীনতাৰ শেষ সংগ্ৰাম। এম-এ, বি-এ গোটেই জীৱনটো পঢ়ি থাকিব পৰা হব। দেশক বিশ্বাসঘাতকতা কৰিব নোৱাৰি। কিছু দিনৰ কাৰণে প্লেট'ৰ

ৰাজনীতিৰ থিয়োৰী, ছেক্সপীয়েৰৰ হেমলেট্, টেনিছনৰ কবিতা বাদ দিয়া উচিত হব। তাৰ নিচিনা ডেকা আৰু দীপালীৰ দৰে গাভৰুৰ ওপৰত ভৰসা কৰিয়ে মহাত্মা গান্ধীয়ে এই আন্দোলন চলাবলৈ সাহস কৰিছে। দেশক বিশ্বাসঘাতকতা কৰিব নোৱাৰি। ৰবৰ সময় নাই—সময়ৰ বানপানীত আগুৱাই নগলে উটুৱাই লৈ যাব কোনো চিন নৰখাকৈয়ে।

"মা আৰু দেউতাই যে বৰ বেজাৰ পাব"—দীপালীয়ে এটা ক্ষীণ প্ৰতিবাদ কৰি চাইছিল।

"মা আৰু দেউতা, দেউতা আৰু মা, তেওঁলোক পুৰণা মানুহ, তাহানিখনৰ মানুহ। আজিৰ পৃথিবীত এওঁলোকৰ ঠাই নাই। তেওঁলোকৰ বাধা মানি লোৱা মানে জগতৰ বিপ্লবী শক্তিটোক বিশ্বাসঘাতকতা কৰা।"

ৰবৰ সময় নাই—সময়ৰ বানপানী!

কলিকতাতে একেলগে পঢ়া মৰমৰ বন্ধু অৰবিন্দই প্ৰশান্তক বাধা নিদিলে, তাৰ প্ৰাণৰ দুৰ্দ্দান্ত জুইকুৰা নুমুৱা একেবাৰে অসম্ভৱ। যুগৰ প্ৰতিনিধি সি, তাৰ ভাব আজিৰ যুগৰ ভাব—এটা নতুন জেনেৰেশ্যনৰ ভাব।

দীপালীয়ে চাহ একাপ অৰবিন্দৰ হাতত তুলি দিয়ে।

"দেউতাই লিখিছে—আজিৰ যুৱকৰ চৰিত্ৰৰ অভাৱ, গুৰুজনক নামানে। বেমাৰটো আজি নোহোৱাহেঁতেন, মোৰ……।"

অৰবিন্দই প্ৰশান্তৰ মুখলৈ চায়েই থাকে, এটা কথাও তাৰ কাণত সোমোৱা নাই। সি যদি প্ৰশান্তৰ কথা নাজানে, অসম দেশত আৰু কোনেও নাজানে।……

গাৱঁৰ মাজত কেবাদিনো আন্দোলনৰ কামত কটাই এদিন প্ৰশান্ত নিজৰ কোঠাত সোমাওঁতেই দুৱাৰমুখত দেখে দেউতাকক। মুখত গম্ভীৰ ভাব, চকুত দৃঢ়তা আৰু হাতত এখন ছুৰি।

সি একেবাৰে অবাক হৈ গ'ল। দেউতাকে তাৰ মুখলৈ কিছু সময় চাই থাকিল। তাৰ পিচত ছুৰিখন তাৰফালে আগবঢ়াই দি আদেশৰ



সুৰত কলে, "Do or die. এই ছুৰিখন লৈ মোৰ বুকুত বহুৱাই দে।"

ই কি হ'ল! এইয়া তাৰ দেউতাক হয়তো! এম-এ পাচ কৰাৰ পিচত তাক উচ্চ শিক্ষাৰ বাবে বাহিৰলৈ পঠিয়াবলৈ আশা কৰি আছিল এই দেউতাকে। এই দেউতাকেই সপ্তাহত তিনিখনকৈ চিঠি লিখি এসময়ত তাৰ খবৰ লৈছিল।

পিচ মুহূৰ্ত্ততে সি উপলব্ধি কৰিলে—এইবোৰ একেবাৰে বাজে কথা। এইবোৰে তাক ভয় খুৱাব নোৱাৰে। সি আজি বেলেগ পদাৰ্থৰে তৈয়াৰী। 'কুইট ইণ্ডিয়া'তকৈ 'কুইট ফাডাৰ' ডাঙৰ নহয়। দেশৰ আহ্বান ডাঙৰ, সময়ৰ আহ্বান উপেক্ষা কৰিব নোৱাৰি। এওঁলোক পুৰণা মানুহ।

সেই মুহূৰ্ত্ততে পিচলৈ উভতি কোঠাৰ ডাঙৰ খিৰিকীখনেৰে জাপ মাৰি সি ওলাই গ'ল।

"প্ৰশান্তদাক অকণমান আমনিও যদি তোমালোকে কৰা তেন্তে সেই মুহূৰ্ত্ততে মোক আৰু তোমালোকৰ ঘৰত দেখিবলৈ নাপাবা।"—দীপালীয়ে মাকক কোৱা এইষাৰ কথা বৰুৱাই হাতত ছুৰিখন লৈ অবাক হৈ থিয় হৈ থাকোতেই শুনিবলৈ পালে।

ইহঁতৰ জন্ম নোহোৱাহেঁতেনেই বৰ ভাল আছিল। কাকো নামানে ইহঁতে—আই-বোপাই-ধৰ্ম্ম একো নামানে। ইহঁত বেলেগ মানুহ, একেবাৰে চিনিব নোৱাৰাকৈ নতুন মানুহ।

ইহঁতক একেবাৰে মুক্তি দিব লাগিব। চিভিল চাৰ্জনৰ ঘৰ উত্তপ্ত মস্তিষ্কৰ বিপ্লবীৰ বলিয়ালিৰ ঠাই নহয়।

প্ৰশান্তৰ মাক! স্বামী পৰম গুৰু, স্বামীয়েই সকলো। সীতা-সাৱিত্ৰীৰ দেশৰ নাৰী, স্বামীৰ বাহিৰে ল'ৰা-ছোৱালী আটাইবোৰ অসাৰ। সিহঁত পিতৃ-মাতৃৰ অবাধ্য, সিহঁতে উপযুক্ত শাস্তি পাব লাগিব।

চিভিল চাৰ্জন বৰুৱাৰ কথা বুজিবলৈ চেষ্টা নকৰি খিৰিকীৰ মাজেৰে পলাই যোৱা প্ৰশান্তৰ কাৰণে হাকিমৰ ঘৰৰ সন্মুখৰ গেট্ একেবাৰে বন্ধ হৈ গ'ল।

ইহঁতে কাকো নামানে—আই-বোপাই-ধৰ্ম্ম!

প্ৰশান্তৰ কাৰণে বন্ধ হ'ল ঘৰলৈ সোমোৱা গেট্ আৰু দীপালীৰ

কাৰণে বন্ধ হ'ল ঘৰৰ পৰা ওলোৱা গেট্। সিহঁতে কিন্তু মুক্তি বিচাৰিছিল!

ভাৰত ৰক্ষা আইনৰ কেইটামান মাৰাত্মক ধাৰাত দোষী হৈ প্ৰশান্ত হ'ল এব্‌স্কনদাৰ। বৰুৱাৰ হুকুম—সি ঘৰত সোমাব নোৱাৰে, সোমালেই তৎক্ষণাৎ গ্ৰেপ্তাৰ।

জেললৈ গ'লে নহব, বাহিৰত থাকি আন্দোলন শক্তিশালী কৰিব লাগিব। ঘৰ নাই, দুৱাৰ নাই, শান্তি নাই! অনাগত ভবিষ্যতৰ সুখৰ আশাত, স্বাধীন দেশৰ বতাহ সেৱন কৰাৰ আশাত, হেজাৰ হেজাৰ মানুহে ত্যাগ কৰিব লাগিব—কষ্ট স্বীকাৰ কৰিব লাগিব। কেতিয়াবা গাওঁৰ মানুহৰ ভঁৰাল ঘৰত শুই, কেতিয়াবা মুকলি পথাৰত বহি, কেতিয়াবা কেবাসাজো একো নোখোৱাকৈয়ে প্ৰশান্তই কেবামাহো কটাই দিলে। গাওঁৰ বুঢ়া-বুঢ়ী, ডেকা-গাভৰুৰ মৰম-চেনেহে তাক অবাক কৰি তুলিলে। পুলিচৰ জুলুমলৈ ভয় নকৰি তেওঁলোকে সিহঁতক আশ্ৰয় দিয়ে, ৰাতি জাগি থাকি ছোৱালীয়ে চাহ কৰি দিয়ে, নিজৰ ঘৰৰ ল'ৰাক দুপৰ ৰাতি জগাই আন্দোলনৰ কামত পঠিয়াই দিয়ে। অসম দেশৰ ঘৰে ঘৰে মৰম-চেনেহ উপচি আছে।

দুপৰ ৰাতি—কেতিয়াবা শেষ ৰাতি সি পুলিচ চোৰাংচোৱাৰ চকুত ধূলি দি ঘৰলৈ আহে। তাৰ একমাত্ৰ ভৰসা দীপালী। গভীৰ ৰাতি কিতাপ পঢ়াৰ ভাও ধৰি লাইট জ্বলাই তাই তাৰ কাৰণে অপেক্ষা কৰে। সি আহে—আন্দোলন চলাবলৈ, কাগজপত্ৰ ছপাবলৈ, সহকৰ্মীক খুৱাবলৈ টকা লাগে, টকা নহলে যে আন্দোলন বন্ধ হৈ যাব! এশ নহয়, দুশ নহয়—চাৰে তিনিশ টকা বৰুৱানীৰ বাকচৰ পৰা চুৰি হ'ল। শেষত নিজৰ গাৰ গোটেই অলংকাৰ খিনি তাই তাক দি দিলে।

এদিন ৰাতি দেউতাকৰ অনুপস্থিতিৰ সুবিধা লৈ প্ৰশান্ত আহি মাকৰ কোঠাত সোমায়। তাৰ চেহেৰা দেখি মাকে অবাক মানিলে—মুখৰ বৰণ তাৰ ক'লা, চকু সোমোৱা, মূৰত তেল নাই—ল'ৰাটোৰ কি হৈ গ'ল! মাকৰ চকুয়েদি চকুপানী ওলাই আহিল।

"মা, চাৰিশ টকা মোক এতিয়াই দিয়া। নহলে তুমি আৰু মোক দেখা পোৱাৰ আশা নকৰিবা"—মুখত অত্যন্ত কাকূতিৰ চিন।

"চাৰিশ টকা কিয়, কালিলৈকে তোক বিলাতলৈ যোৱাৰ বন্দোবস্ত



কৰি দিওঁ। মাহেকত পাঁচশকৈ খৰছ কৰিব পাৰিবি। এতিয়া দেউতাৰৰ ওচৰত ক্ষমা খোজ আৰু এইবোৰত নালাগো বুলি লিখি দে।"—পুতেকক ভালৰ ফাললৈ আনিব পাৰিলো বুলি মাতৃৰ মুখত জয়ৰ হাঁহি।

অন্ধকাৰৰ মাজতে বৰ অসহায় ভাবে সি ওলাই গ'ল। বিলাত-অক্সফোৰ্ড-এম-এ পৰীক্ষা—মাহে পাঁচশ টকা! বিলাতলৈ যোৱাৰ ইচ্ছা জানো তাৰ নাই? উচ্চ শিক্ষা লৈ সন্মানৰ পাত্ৰ হবলৈ কোনে কামনা নকৰে? কিন্তু, এতিয়া যে তাৰ সময় নহয়। টেমছ নৈৰ পানী খাই নিজক সৌভাগ্যবান বুলি ভবাৰ সময় যে নহয় এইটো! দেশৰ আহ্বান বৰ ডাঙৰ, জাতিক বিশ্বাসঘাতকতা কৰিব নোৱাৰি।

এওঁলোকে নুবুজে, এওঁলোক বহুত পুৰণা মানুহ।

গেটৰ ওচৰত আন্ধাৰতে দীপালীয়ে তাৰ গাত মূৰটো থৈ কান্দে। এই আন্দোলনত তাই তাক অকণো সহায় কৰিব নোৱাৰিলে, তাইৰ ওপৰত সি এনেয়ে বহুত আশা কৰি আছিল। সি তাইক ভালদৰে বুজাই দিয়ে—ঘৰত থাকিও তাই আন্দোলনত সহায় কৰিছে; তাইৰ যোগেদিয়েই চিভিল চাৰ্জনৰ টকা শুহিব লাগিব, ইহঁতক শোষণ নকৰিলে অন্ততঃ দেশে ক্ষমা নকৰিব।

অৰবিন্দলৈ সি লিখিছিল, "মা-দেউতাই হ'ল বৰ ডাঙৰ বাধা! অক্সফোৰ্ডলৈ পঠাব খোজা সন্তানৰ কাৰণে আজি ঘৰৰ গেট্ বন্ধ। অক্সফোৰ্ডত মোৰ ব্যক্তিগত বিকাশ আৰু ইয়াত এটা জাতিৰ মুক্তিৰ প্ৰচেষ্টা।"

দীপালী-ভাৰতী-আই! ব্ৰহ্মপুত্ৰৰ পানী এদিন হয়তো শুকাই শেষ হৈ যাব, কিন্তু ইহঁতৰ প্ৰাণৰ মৰম-চেনেহ শেষ নহব।

প্ৰশান্তৰ কাহি কাহি ভাগি যাব ধৰা বুকুখন গৰম পানীৰ বেগেৰে দীপালীয়ে লাহে লাহে সেকি দিছে।

অৰবিন্দই যদি তাৰ কথা নাজানে, তেন্তে অসম দেশত আৰু কোনেও নাজানে।······

টকা সংগ্ৰহৰ ভাৰ পৰিছিল প্ৰশান্তৰ ওপৰত। টকা লাগে, টকা

নহ'লে যে আন্দোলন বন্ধ হৈ যাব। টকাৰ চিন্তাত নিদ্ৰাবিহীন ভাবে তাৰ কেবাৰাতিও কাটি গ'ল।

প্ৰদীপ তাৰ সৰু ককায়েক। সি তাৰ দেউতাক নহয়, নতুন যুগৰ মানুহ সি। তাৰ কথা বৰ ভালদৰেই সি বুজি পাব, অন্তৰ আছে তাৰ। সৰু ভায়েক এটাৰ বিপদত সি সহায় নকৰিবনে? হৃদয় থাকিও হৃদয়হীনতাৰ কাম অন্ততঃ প্ৰদীপে নকৰে। এইটো যে দেশৰ গভীৰতম বিপদৰ সময়!

খেতিয়কৰ পোচাক এটা পিন্ধি ডিব্ৰুগড় অভিমুখে অসম মেইলৰ থাৰ্ডক্লাছ কম্পাৰ্টমেণ্ট এটাত এদিন ৰাতি সি জাপমাৰি উঠিল।

ৰাতি এটামান বজাত প্ৰদীপৰ ঘৰ পালেগৈ। ডিব্ৰুগড় চহৰ। ডিচেম্বৰ মাহ, যথেষ্ট শীত পৰিছে। ব্ৰহ্মপুত্ৰৰ বহল বুকুৰ পৰা অহা চেঁচা বতাহে ঘৰৰ ভিতৰত থকা মানুহবোৰকো কঁপাই দিছে।

প্ৰদীপৰ ঘৰৰ ভিতৰফালে অলপ সোমাই আইনাৰ ডাঙৰ খিৰিকীৰ মাজেৰে সি দেখে কিতাপেৰে সজাই থোৱা টেবুল এখনৰ কাষৰ আৰামী চকি এখনত বহি মূৰলৈকে গৰম কাপোৰ লৈ তাৰ সৰু নবৌৱেক মাধুৰীয়ে কিতাপ পঢ়িছে।

মাধুৰী। নিজৰ অপৰূপ চেহেৰাৰ গৌৰৱ আছিল মাধুৰীৰ সৰু-কালৰে পৰাই। সৌন্দৰ্য্যৰ কাৰণেই এইখন পৃথিবীত তাই অমৰ হৈ থাকিব পাৰিম বুলি ভাবিছিল। কালিদাসৰ বিৰহী যক্ষই মেঘমালাৰ আগত দিয়া নিজৰ বিৰহকাতৰা প্ৰিয়াৰ বৰ্ণনাৰ দৰে মাধুৰীয়ে ভাবিছিল সৌন্দৰ্য্যৰ ফালৰ পৰা তাই যেন ভগবানৰ সৃষ্টিৰ প্ৰথম নাৰী। প্ৰদীপৰ লগত বিয়া হোৱাৰ আগতে তাই শুনিছিল যে নতুন ঘৰত অকল ল'ৰাই নহয় ছোৱালীও উচ্চশিক্ষিতা। আই-এ পাচ মাধুৰীয়ে ভাবিছিল চেহেৰাৰ দ্বাৰাই তাই নতুন ঘৰৰ আটাইকে চমক্ খুৱাই দিব—সাগৰত জোৱাৰ উঠাৰ দৰে।

সেই স্বপ্ন একেবাৰে মৰহি গ'ল সেইদিনা যিদিনা প্ৰদীপৰ ঘৰত আহি তাই দেখিলে যে, এইখন ঘৰত অকল নাৰীয়েই নহয় পুৰুষো অত্যন্ত সুন্দৰ। ইয়াত সৌন্দৰ্য্যৰ প্ৰতিযোগিতাত জিকিব নোৱাৰি। উপায়? এম-এ পাচ কৰিব লাগিব, নহলে ইয়াত জীয়াই থাকিব পৰা নহব। তিনি বছৰ দিনে-ৰাতিয়ে পঢ়ি তাই বি-এ পাচ কৰিলে।



এইবাৰ ইতিহাসত তাই এম-এ দিব। দিনে ৰাতিয়ে নপঢ়িলে যে নহয়!

প্ৰশান্তক দেখি প্ৰদীপৰ মগজ গৰম হৈ গ'ল। সি গৱৰ্ণমেণ্ট অফিচাৰ, এব্‌স্কনদাৰৰ বিশ্ৰামালয় নহয় এইটো।

লুচি দুখনমান খাই শুবলৈ ধৰোতেই প্ৰদীপে আহি তাক জনাই দিলে, "এই এনভেলেপটোৰ ভিতৰতে পচিশটা টকা আছে, ৰাতি চাৰে চাৰি বজাত ৰেল। শুই উঠি মই তোক ইয়াত দেখিবলৈ নাপালেই ভাল পাম। ডিব্ৰুগড় চি, আই, ডিৰে ভৰি পৰিছে।"

......এই মানুহটোও একেবাৰে নষ্ট হৈ গ'ল! ইয়াক ক্ষমা কৰাৰো কোনো উপায় নাই!

অভিমান কৰি কি হব! নিষ্ঠুৰ মানুহৰ লগত অভিমানৰ কি মূল্যটো আছে! টকা কেইটা জেপত সি ভৰাই ল'লে। টকা লাগে, টকা নহ'লে যে আন্দোলন বন্ধ হৈ যাব।

এইখন ঘৰত আৰু এক মিনিটো থাকিব নোৱাৰি।

মাধুৰীয়ে পঢ়ি আছে, আন এটা বহল ধুনীয়া কোঠাত লেবাৰ অফিচাৰে লেবাৰ সমস্যাৰ কথা ভাবিবলৈ এৰি বৰ আৰামেৰে শুই আছে। প্ৰশান্ত লাহে লাহে কোঠাটোলৈ সোমাই আহে। টেবুলৰ ওপৰত তিনিশ মান টকাৰ এটা ঘড়ী। এক মিনিটৰ ভিতৰতে সি ঠিক কৰি লয়—লেবাৰ অফিচাৰে লেবাৰক শোষণ কৰে আৰু সি লেবাৰ অফিচাৰক শোষণ কৰিব। ইহঁতক শোষণ নকৰিলে দেশেও তাক ক্ষমা নকৰিব।

ঘড়ীটো হাতত লৈ বেগেৰে সি ঘৰৰ পৰা ওলাই যায়। ডিব্ৰুগড় চি, আই, ডিৰে ভৰি পৰিছে।

আৰু টকা লাগে। উপায়?

বাসন্তী। তাৰ ডাঙৰ নবৌৱেক। ইন্‌কমটেক্স অফিচাৰ জয়ন্ত দিল্লীৰ পৰা বদলি হৈ এতিয়া কলিকতাত আছে।

বাসন্তীৰ কথা মনত পৰা মাত্ৰকে ভক্তিত তাৰ মূৰ দোঁ খাই আহিল। তাই তাক যে কিমান আদৰ কৰে! বাসন্তী থাকোতে টকাৰ কথা আৰু কিবা ভাবিবলৈ আছে নেকি!

অৰবিন্দলৈ টেলিগ্ৰাম এখন কৰি ৰাতিৰ আন্ধাৰৰ সুবিধা লৈ প্ৰশান্ত কলিকতা মেইলত জাপ মাৰি উঠিল। বাসন্তীলৈ খবৰ দিয়া

ঠিক নহব, ইন্‌কমটেক্স অফিছাৰে পুলিচ লৈ শিয়ালদহত থিয় হৈ থাকিব পাৰে। ইহঁতৰ একো ঠিক নাই, জয়ন্ত তাৰ ডাঙৰ ককায়েক হলেও প্ৰথমতে সি ভবানী বৰুৱাৰ ডাঙৰ ল'ৰা আৰু অকালতে 'আত্মহত্যা' কৰা প্ৰদীপৰ ককায়েক। প্লেগ বেমাৰে যে কলিকতাকো নাই লম্ভা, সি কেনেকৈ বিশ্বাস কৰিব পাৰিব!

## তিনি

দীপালীয়ে ৰাতিপুৱাৰ কাগজখন ডাঙৰকৈ পঢ়ে—কোৰিয়াৰ যুদ্ধ—কাশ্মীৰ সমস্যা—মাৰ্ছাল টিটো। প্ৰশান্তই কথা কৈ ভাগৰি বিচনাৰ ওপৰত ওপৰলৈ মুখ কৰি খবৰ শুনে। অৰবিন্দৰ মনৰ ভাব কোৰিয়াৰ যুদ্ধ অতিক্ৰম কৰি কেতিয়াবাই গৈছে। সি যদি প্ৰশান্তৰ কথা নাজানে .....।

কলিকতা।

শিয়ালদহ ষ্টেচনত সি ৰেলৰ পৰা নামিয়েই দেখে বাসন্তী, অৰবিন্দ আৰু কলিকতাতে বি-এ পঢ়া বাসন্তীৰ ভনীয়েক গীতাই তালৈ অপেক্ষা কৰিছে। নামিয়েই সি বাসন্তীক সেৱা জনায়। তাই তাক সাৱটি লয়।

বাসন্তীতো মানুহ নহয়! বাসন্তী এগৰাকী দেৱী।

বালিগঞ্জ অভিমুখে মটৰ দৌৰিছে। পিচৰ ছিটত বহি বাসন্তীয়ে মূৰত ধৰি তাক মৰম কৰিছে। বহুত দিনৰ পিচত নাৰী-প্ৰাণৰ অতবোৰ মৰম চেনেহ আজি যেন তাই তাক বাকি দিব। তাই তাক তাৰ মাকতকৈও বেচি মৰম কৰে। সি হাইস্কুলৰ তল শ্ৰেণীত পঢ়ি থাকোতেই তাই সিহঁতৰ ঘৰলৈ আহিছিল প্ৰাণত অফুৰন্ত মৰমৰ নিজৰা লৈ।

"বিপ্লৱী হলে চেহেৰা এনেকুৱা হয় নেকি? মূৰত তেল কিমান দিন ঘহা নাই? মোৰ যে কিমান দিন তোমাৰ কথা ভাবি টোপনি নাই। মই গৰমকোট এটা তোমাৰ কাৰণে চিলাই কৰিবলৈ দিছো। এইবাৰ আৰু যাব নোৱাৰা; এমাহমান থাকি স্বাস্থ্য ভাল হলেহে যাব পাৰিবা। মেট্ৰোত 'A Tale Of Two Cities' আহিছে, কালিলৈকে চাব লাগিব। গ্লোবত 'Gone With The Wind' অহাৰ কথা আছে।"......



বাসন্তীৰ গাত দামী অলঙ্কাৰ, হাতত সোণৰ ঘড়ী। এইজনী মানুহে তিনি-চাৰিশ টকাৰ কাৰণে ভাবেনেকি!

কাষতে বহা গীতাই বাহিৰলৈ চাই আছিছে। ভাবিছে, তাইৰ বায়েকে কুৰি বছৰৰ শিশু এটাক বেচ মৰম কৰিছে!

আগত অৰবিন্দ নীৰৱে বহি আছে। বাসন্তীৰ হাতৰ পৰা এৰুৱাই প্ৰশান্তৰ লগত কথা পতাটো কেইদিনমানলৈ সম্ভৱ নহয়। কিন্তু প্ৰশান্তৰ উদ্দেশ্য জানো সিদ্ধি হব? মৰম যেনি যায়, টকা যে নেযায় সেইফালে।

জয়ন্ত নাই, চৰকাৰী কামত এসপ্তাহৰ আগতে বৰ্দ্ধমানলৈ গ'ল, ঘূৰি আহোতে আৰু এসপ্তাহ মান লাগিব। প্ৰশান্তই তাকে বিচাৰিছিল। ইহঁতৰ একো ঠিক নাই—সি তাৰ দেউতাকৰ ডাঙৰ পুতেক আৰু ককায়েক প্ৰদীপৰ আপোন ককায়েক।

ধৰমতলা — চৌৰঙ্গী— মেট্ৰো — ফাৰপো—মিউজিয়াম — ভিক্টোৰীয়া মেমোৰীয়েল হল—আশুতোষ মুখাৰ্জী ৰোড্—ৰাস্‌বিহাৰী এভিনিউ—বালিগঞ্জ প্লেছ।

বাসন্তীৰ দহ বছৰীয়া ছোৱালী ৰুবী আৰু তিনি বছৰীয়া ল'ৰা ৰঞ্জিত তাৰ গাত জপিয়াই উঠিল—"প্ৰশান্তদা, তোমাৰ কথা যে মায়ে সদায় কৈ থাকে।"

ৰুবী আৰু ৰঞ্জিত—ইহঁত এদিন আদৰ্শ মানুহ হৈ উঠিব। তাৰ প্ৰমাণ সিহঁতৰ এই মহিমাময়ী মাতৃ।

শোৱা বিচনাৰ কাষতে বহি বাসন্তীয়ে তাৰ মূৰত হাত ফুৰাই দিয়ে। চকু তাৰ লাহে লাহে মুদ খাই আহে। টকাৰ কথা এতিয়াই কব নোৱাৰি, বেয়া পাব।

কাষৰ ৰুম এটাত অৰ্গেন বজাই গীতাই গান গাইছে, "মুখৰ কথাটো মাথো শুনি গলা তুমি, নুবুজিলা মোৰ প্ৰাণৰে ভাষা।"

গাৱঁৰ মাজৰ নিগনি বগাই থকা ভঁৰাল ঘৰ—ধাননী পথাৰ—তন্দ্ৰাহীন অন্ধকাৰ ৰাতি—মিলিটেৰীৰ বেয়নেট-গুলীৰ শব্দ।

বাসন্তীৰ মৰম—পোলাও-মাংস—স্প্ৰীং কৰা বিচনা—তন্দ্ৰালসা গাভৰুৰ কোমল কণ্ঠৰ সুৰ।

ৰাতিপুৱাই অৰবিন্দ আহে। প্ৰশান্তই অন্তৰ খুলি কৈ যায়—তাক

নকলে আৰু কাক কব। "আন্দোলন জীয়াই ৰখাৰ আশা নাই— বিশ্বাসঘাতকৰ দল গোটেই খনতে বিয়পি পৰিছে—কৰ্মীবোৰক খুৱাবলৈ টকাৰ অভাৱ।" অৰবিন্দই তাক একো কব নোৱাৰিলে। কব কি? হোষ্টেলৰ চাৰিমহলাত থাকি আন্দোলনৰ বিষয়ে তাক উপদেশ দিয়াৰ সাহস তাৰ নাই।

'A Tale Of Two Cities'ৰ মেটিনি শ্ব' চাবৰ কাৰণে বাসন্তীয়ে তাক হাতত ধৰি মটৰত তুলি দিলেহি। গীতাইতো ইংৰাজী ছবি চাবলৈ পালে পৰীক্ষা পৰ্য্যন্তও বাদ দি দিব পাৰে। অনিচ্ছা সত্বেও সি যাবলৈ ওলায়। এই দুদিন বাসন্তীৰ মনত অকণো বেয়া লগাব নালাগিব।

মেট্ৰোৰ ৰূপালী পৰ্দা। "I care for nobody, and nobody cares for me"—মদৰ টেবুলত বহি চিডনি কাৰ্টনে লুচিৰ স্বামী চাৰ্লছ ডাৰ্ণক কৈছে। লুচিক সি ভাল পাইছিল প্ৰাণভৰি, বিয়া কিন্তু কৰিব নোৱাৰিলে। সময় যেতিয়া আহিল, নিজৰ জীৱন দি ডাৰ্ণেৰ জীৱন ৰক্ষা কৰি বন্ধুৰ কাৰণে সৰ্বশ্ৰেষ্ঠ 'care' কৰি দিলে। লুচিক সি গভীৰ ভাবে ভাল পাইছিল আৰু তাইৰ কাৰণেই তাইৰ স্বামীক নিজৰ জীৱনৰ বিনিময়ে সি বচাই দিলে……।

বাসন্তীয়ে ৰুমালেৰে চকুপানী মচিছে। তাৰ নিজৰ চকুপানী ওলোৱাৰ দিন এতিয়া আৰু নাই।

সন্ধিয়া নিউমাৰ্কেটত বজাৰ কৰিবৰ কাৰণে বাসন্তী সোমাল। 'Please madam'—বুলি দোকানীয়ে তাইক নমস্কাৰ জনায়। গীতাই বায়েকক দেখুৱায় কি কি কিনিব।

"ৰবীৰ কাৰণে এটা গৰম কোট লব লাগিব, ঠাণ্ডাতো ভালদৰেই পৰিছে। তাইৰ স্কাৰ্ফখন পুৰণি হৈ গৈছে, নতুন এখন কিনিব লাগিব। বঙ্কিতৰ কাৰণে কৰ্ডৰ দুটা পেণ্ট আৰু এটা গৰম চুৱেটাৰ লব লাগিব। যোৱা বছৰ কিনা গৰম চুৱেটাৰ দুটা পুৰণি হ'ল বুলি সি নিপিন্ধাই হ'ল। গীতা, তোৰ কাৰণে এইখন দোকানত এখন অৰেঞ্জ কালাৰৰ চাদৰ চাচোন, মোৰো বাদামী ৰঙৰ চাদৰ এখন দৰ্কাৰ হৈছে। সৌখনত অলপতে হেনো ভাল ব্লাউজ পিচ্ আহিছে, দাম বহুতবোৰ কৰিব নহয়।"



"বাইদেউ, তোমাৰ চইছবোৰ মোৰ অকণো ভাল নালাগে। স্কাইৰঙৰ চাদৰ খনেহে মোক চুট কৰিব। আপনাদেৰ এখানে লেডিজ পুলভাৰ নাই কেন? সৌখনৰ পৰা গৰম চাদৰ এখন মই চইছ কৰো।"

সন্মুখৰ প্ৰকাণ্ড গ্লাছখনত গীতাই এবাৰ নিজৰ মুখখন চাই ললে।

গীতা। চঞ্চলা, অতি চঞ্চলা। হাঁহি—কেবল হাঁহি, হাঁহি হাঁহি কেতিয়াবা তাই যেন পৰি যাব। বনৰীয়া জুৰিৰ গতিত বাধা থাকিলেও এই ছোৱালীজনীৰ চলাৰ গতিত বাধা নাই। সদ্য পৰিণীতা, চঞ্চলা হৰিণীৰ নিচিনা, তৰুণী।

মন্ত্ৰমুগ্ধ সাপৰ দৰে প্ৰশান্ত নিউমাৰ্কেটৰ মাজত বাসন্তী আৰু গীতাৰ পিচে পিচে ঘূৰি ফুৰে। সি যেন তালৈ সোমোৱাৰ কোনো প্ৰয়োজনেই নাছিল।

ৰাতি ভাত খাই উঠাৰ পিচত বাসন্তীয়ে তাৰ বিচনাৰ কাষতে বহি লেপখন ভালদৰে দি দিয়ে।

"তোমাৰ মনটো মৰা কিয় ভাই? মোৰ যে বৰ বেয়া লাগে। ইয়াত থাকি বাৰু ভাল লগা নাই নেকি? ৰাতি খাবৰ কাৰণে পানী এগিলাছ আনিবলৈ কম নেকি?"

বাসন্তী তেতিয়াৰ সেই ওঠৰ বছৰীয়া গাভৰু জনীয়েই হৈ আছে। মুখত উপচি পৰা হাঁহি, উন্মেলিত চকুৰ মাজত যৌৱনৰ ভাষা, কথাৰ মাজত চঞ্চলতা, প্ৰাণত জগতৰ আটাইবোৰ মৰম। তাইৰ মনটোৱে সদায় চিৰশিশু হৈ থাকিবলৈ যেন বিচাৰে।

বৰ চেষ্টা কৰি সি তাইক কয়, "চাৰিশ টকা মোক লাগে, তাক নিবৰ কাৰণে কলিকতালৈ মই আহিছিলো। বহুত কাম আছে, আৰু বেচি দিন মই ইয়াত থাকিব নোৱাৰো। এইটো এটা জীৱন মৰণৰ সমস্যা, মোৰ যদি অমঙ্গল আপুনি চিন্তা নকৰে, তেন্তে টকাখিনি…।"

"চাৰিশ টকা তোমাক লাগে, মাত্ৰ চাৰিশ টকা! কিন্তু দাদাৰ যে ঘৰত নাই, ভাই! কালিলৈ ৰাতিপুৱাই ফোন কৰি মই দাদাৰক সুধিম, দিবলৈ ক'লে আৰু বেচিকৈয়ে দিব পাৰিম। কিন্তু দাদাৰৰ অনুমতি নহ'লে মই যে কোনো কাম কৰিবলৈ ভাল নাপাওঁ।"

এসময়ত অক্সফোৰ্ডলৈ পঠাব খোজা ভায়েকক বৰ্ত্তমানৰ বলিয়ালি কামত যে এটা পইছাও জয়ন্তই নিদিয়ে, সেইটো খুব ভালদৰেই জানে

সি। "ফোন কৰিব নালাগে, দাদাই টকা নিদিয়ে মই জানো। আপুনি ইচ্ছা কৰিলে—টকাখিনি নহ'লে……।"

প্ৰশান্তৰ মুৰত হাত ফুৰাই মুখতে মুখ লগাই তাই কয়, "দাদাৰক নোসোধাকৈ মই যে কোনো কাম নকৰো, তেওঁ অহালৈকে তুমি থাকা। তেওঁ অহালৈকে তোমাকতো মই যাবলৈ কোনো ৰকমেই দিব নোৱাৰো।"

প্ৰশান্তই লেপখন মূৰলৈকে লৈ চকু দুটা মুদি দিয়ে। এই মানুহজনীও একেবাৰে নষ্ট হৈ গ'ল। স্বামী পৰম গুৰু—স্বামীক নোসোধাকৈ একো কৰিব নোৱাৰি—স্বামীয়ে বেয়া পাব!

মা-বাসন্তী, ইহঁত আটাইবোৰ একেই। স্বামী পৰম গুৰু, স্বামী নহ'লে…। ইহঁত এনেকুৱা হবই, সীতা-সাবিত্ৰী-জয়মতীৰ দেশৰ তিৰোতা ইহঁত।

ইহঁতক ক্ষমা কৰাৰো কোনো উপায় নাই।

প্ৰদীপৰ ঘৰৰ পৰা অহাৰ দৰে ৰাতিয়েই সি ইয়াৰ পৰা পলাই যাব নেকি? সিতো ইয়াত নাৰীৰ মৰম-চেনেহৰ মাজত ডুব গৈ থাকিবলৈ অহা নাই।

তৎক্ষণাৎ তাৰ মনত পৰিল দীপালীলৈ। তায়েই একমাত্ৰ বাচি আছে। ইবোৰ আটাইৰে মৃত্যু হ'ল। বৰ করুণ ভাবেই মৃত্যু হ'ল। মাকৰ বাকচৰ পৰা অতখিনি টকা তাই হাঁহি হাঁহি তাৰ জেপত ভৰাই দিলে, গাৰ অলংকাৰ আনকি হাতৰ সোণৰ ঘড়ীটোও সোলোকাই দিলে। টকা নহ'লে যে আন্দোলন বন্ধ হৈ যাব!

বিয়াৰ পিচদিনাই দীপালীয়েও 'স্বামী পৰম গুৰু' বুলি কবলৈ শিকে বা? নাই, নতুন ছোৱালী—তাই নতুন জেনেৰেশ্যনৰ ছোৱালী।

নিউমাৰ্কেটত তিনিঘন্টা ধৰি আঢ়ৈশ টকাৰ বজাৰ একে সন্ধিয়াতে কৰিব পাৰে, কিন্তু তাক টকা অলপ দিবৰ কাৰণে স্বামীৰ অনুমতি লব লাগে!

শুধৰাবৰ কোনো উপায় নোহোৱাকৈ এই ভাল মানুহজনী একেবাৰে মৰিশালিৰ ছাইৰ মাজত সোমাই পৰিল।

ইহঁত তাৰ একো নহয়, ইহঁত আটাইবোৰ বিশ্বাসঘাতক, ইহঁত বিদেশীৰ লগৰে। জীৱনত ইহঁতৰ লগত কোনোদিন কোনো সম্পৰ্ক ৰাখিব আৰু নোৱাৰি।



পিচদিনা গোটেই দিন সি বাসন্তীক দেখুৱাবলৈ চেষ্টা কৰিলে যে তাইৰ টকাৰ কাৰণে সি পৰোৱা কৰা মানুহ নহয়, স্বাধীনতাৰ আন্দোলন তাইৰ কেইটামান টকাৰ কাৰণে বন্ধ হৈ নাযায়। অসাৱধান মুহূৰ্ত্তত টোপনিৰ জালত টকাৰ কথাটো কৈছিল, টকা-পইছাৰ কাৰণে সি কলিকতালৈ অহা নাই।

আবেলি অৰবিন্দ আহি ওলালহি। গীতাই ৰুবী আৰু ৰঞ্জিতক লৈ মটৰত ফুৰিবলৈ ওলাল। বাসন্তীৰ কথা মতে প্ৰশান্তও অৰবিন্দৰ সৈতে মটৰতে ওলাল। প্ৰশান্তই ভাবিলে, আজিয়েই তাৰ কলিকতাত শেষ দিন, মুকলি ঠাই এডোখৰত বহি অৰবিন্দৰ লগত কিছুমান কথা আলোচনা কৰি লব লাগিব। ইয়াত আৰু থাকিব নোৱাৰি। ডিব্ৰুগড় চি, আই, ডিৰে ভৰি পৰিছে, কলিকতাও যে পৰা নাই—কি মানে আছে!

মটৰৰ আগৰ ছিটত গীতাই ল'ৰা-ছোৱালী দুটিক লৈ বহিছে, পিচৰ ছিটত অৰবিন্দ আৰু সি।

প্ৰশান্তই এবাৰ গীতাৰ ফালে চালে। মুখত হাঁহিৰ খলকনি, কথাত চঞ্চলতা—মটৰৰ গতিৰ লগে লগে যেন জপিয়াই উঠিছে।

এইজনী গীতাৰ লগতে তাৰ বিয়াৰ কথা কৈ বাসন্তীয়ে এদিন তাইক জোকাইছিল—হাঁহিছিল। ছোৱালীজনীৰ সাহসটোও কম নাছিল। বি-এত ফাৰ্ষ্ট ক্লাছ অনাৰ্ছ লৈ সি কলিকতাত এম-এ পঢ়িবলৈ যাবৰ সময়ত তাই তালৈ উপহাৰ স্বৰূপে গোলাপফুল এটা পঠিয়াই দিছিল, লগতে এছেন্স ঢলা নীলা কাগজ এখনত বিশ্বকবিৰ এটা লাইন, "ফুলগুলি যেন কথা, পাতাগুলি যেন চাৰিদিকে তাৰ পুঞ্জিত নীৰৱতা।"

ফুলবোৰে অন্তৰৰ গোপন কথা কোৱাৰ আগতেই শুকাই গ'ল, পাতবোৰে পুঞ্জিত নীৰৱতাৰ ঠাইত পুঞ্জীভূত বেদনাৰ সৃষ্টি কৰি থৈ গ'ল।

"ভিক্টোৰীয়া মেমোৰিয়েলৰ গাৰ্ডেনতে বহোগৈ আহক, মোৰ তাৰ atmosphereটো বৰ ভাল লাগে"—গীতাই ক'লে।

ভিক্টোৰীয়া মেমৰিয়েলৰ atmosphereটো ভাল নালাগি ডেলহাউচিৰ পকা আলিৰ ওপৰৰ দেশপ্ৰেমিকৰ তেজৰ দাগ লাগি থকা atmosphere-টো ভাল লাগিবনে?

কবিৰ কল্পনাৰ, চিত্ৰকৰৰ তুলিকাৰ, সাধকৰ সাধনাৰ এই গাভৰু 'কুইট ইণ্ডিয়া' আন্দোলনৰ বীৰ সেনাপতি জৱাহৰলালৰ আগত একেবাৰে এটা শূন্যৰ দৰে। গীতাৰ এই অলংকাৰ আৰু পোছাকৰ কথা শুনিলে দীপালীয়ে নিশ্চয় কব, সোণৰ অলংকাৰ আৰু দামী পোছাকটোৰ সৈতে তাইক স্বাধীন ভাৰতৰ কোনোবা এটা মিউজিয়ামত কৰ্ম্মহীন মানুহে চাই আনন্দ পাবৰ কাৰণে প্লাছকেচ্ এটাৰ মাজত মামী কৰি থব লাগিব।

ভিক্টোৰিয়া মেমোৰিয়েল হল।

এদিন সিয়ো এই ঠাইডোখৰ বৰ ভাল পাইছিল, বহুত সন্ধিয়া ইয়াতে বহি বহি কটাই দিছিল। তেতিয়া তাৰ বান্ধৱী আছিল তাৰ লগতে এম-এ পঢ়া শ্যামলী বেনাৰ্জী। 'All Calcutta Inter-College Competitionত ফাৰ্ষ্ট হৈ বিৰাট কাপ এটাৰে সি দৰ্শকৰ হাত চাপৰিৰ মাজেৰে বাহিৰলৈ ওলাই আহোতে শ্যামলীয়ে তাক হাতত ধৰি ধন্যবাদ জনাইছিল। সেই পৰিচয় অৱশেষত পৰিণত হৈছিল অন্তৰঙ্গ বন্ধুত্বত।

এই ভিক্টোৰিয়া গাৰ্ডেনতে বহি, ঢাকুৰিয়া লেকৰ পাৰত ফুৰি, বোটানিকেল গাৰ্ডেনৰ ডেৰ হেজাৰ বছৰৰ আঁহত গছৰ তলত বহি তাই তাক ৰবীন্দ্ৰনাথৰ কবিতা অবিৰাম গতিৰে মাতি শুনাইছিল, নজৰুল ইচলামৰ কবিতা আবৃত্তি কৰি তাক একেবাৰে অবাক কৰি দিছিল। কফি হাউচত বহি বহি কফিৰ চামোচেৰে জীৱন জোখাৰ চেষ্টা কৰা নাছিল কোনো দিন সিহঁতে; সিহঁতৰ বন্ধুত্ব আছিল সহজ, সহজ-সৰলতাৰ মাজেৰে গঢ়ি উঠা বন্ধুত্ব যে কিমান সুন্দৰ, সিহঁতৰ বাহিৰে আৰু জানো কোনোবাই বুজিব পাৰিছিল?

ইয়াতেই বহি শ্যামলীয়ে তাৰকাখচিত আকাশৰ ফালে চাই তাক শুনাইছিল—"জীৱনেৰে কে ৰাখিতে পাৰে, আকাশেৰ প্ৰতি তাৰা ডাকিছে তাহাৰে।"

তাইৰ কবি-সুলভ চকু দুটাত সি বিচাৰি পাইছিল ৰবীন্দ্ৰনাথ-শৰৎচন্দ্ৰৰ দেশৰ এগৰাকী আদৰ্শ গাভৰুৰ সৰল জীৱনৰ জ্বলন্ত প্ৰতিভা। কথাত নাছিল তাইৰ চঞ্চলতা, ভাবত নাছিল অকণো উদাসীনতা, দৃষ্টিত নাছিল তাইৰ শূন্যতা। দুখন প্ৰদেশৰ ভাব-ভাষা-অনুভূতিৰ যেন বিনিময় ঘটিছিল সিহঁতৰ কথা-বতৰাৰ মাজেদি।



"তুমি ইমান সুন্দৰকৈ বঙলা কবলৈ আৰু লিখিবলৈ শিকিলা কেলেই?"—তাই সুধিছিল।

"ৰবীন্দ্ৰনাথ-শৰৎচন্দ্ৰ-তাৰাশংকৰ-জীবনানন্দক জানিবৰ বাবে"—সি সহজ ভাবে কৈছিল।

শ্যামলীৰ লগত তাৰ দিন শেষ হৈ আহিল। আন্দোলনৰ কাৰণে সি যে অসমলৈ ঘূৰি যাব লগা হ'ল, সি তাইক জনালে। বাধা তাই তাক নিদিলে, বৰং হাঁহি হাঁহি সম্বৰ্দ্ধনা জনালে। সি তাইৰ বৰ আদৰৰ বন্ধু, সেই কাৰণেই তাৰ সজ কামত বাধা দিব তাই নোৱাৰে। "স্বাধীন ভাৰতত আকৌ তোমাৰ লগত দেখা হব—ভৱিষ্যতৰ সকলো দিনতে তোমাৰ প্ৰতি মোৰ হিয়া ভৰা শুভেচ্ছা থাকিব।"

শিয়ালদহত ৰাতি দহবজাত তাই প্ৰশান্ত আৰু দীপালীক আগবঢ়াই থবলৈ আহিছিল। লগত আছিল অৰবিন্দ। আদৰৰ বন্ধুৰ বিদায়ত সেইদিনা তাইৰ নাৰী-প্ৰাণ কান্দি উঠিছিল, প্ৰকাশ কিন্তু নকৰিলে—প্ৰশান্তই বেয়া পাব। তাৰ কাৰণেই তাক তাই হাঁহি হাঁহি বিদায় দিছিল।

ফটোৰ নিচিনাকৈ সুন্দৰ ভাৱে বন্ধোৱা বোমা বঁলাৰ এফাকি কথা, ধুনীয়া আখৰেৰে লিখি তাক বিদায়ৰ সময়ত উপহাৰ হিচাবে দিছিল, 'Life is worth all its sufferings when there is a faithful friend to weep with us.'

"চিঠিৰ উত্তৰ দিবলৈ সময় জানো পাবা?"—শেষ বাৰৰ কাৰণে তাই সুধিছিল।

"পাম কিজানি।" সি তাইৰ চকুলৈ চাই উত্তৰ দিছিল।

চিঠি তাই কেবাখনো দিছিল, দীপালীয়ে উত্তৰ দিছিল। উত্তৰ দিবলৈ সময় তাৰ একেবাৰে নাছিল।

আজিও তাই এই কলিকতাতেই আছে। সি অহাৰ খবৰ তাই পোৱা নাই, খবৰ দিবলৈ তাৰ সময়ো নাই। ভবানীপুৰৰ কোনোবা এটা সুসজ্জিত ঘৰৰ কোঠাত বহি তাই হয়তো এতিয়া পৰীক্ষাৰ কাৰণে পঢ়িছে। তাইক দেখা নাপালেও তাইৰ লগত কথা আৰু পাতিবলৈ নাপালেও তাই চিৰদিন তাৰ মনত জীয়াই থাকিব।

দীপালী আৰু শ্যামলী—ইহত দুয়োজনীৰে প্ৰাণ একেটাই। যুগ

যুগ ধৰি এই উদাৰ প্ৰাণেৰেই ইহঁতে শ-শ দেশভক্তক অনুপ্ৰেৰণা দি আহিছে। ইহঁতৰ ত্যাগ, ইহঁতৰ কষ্টস্বীকাৰ সোণালী আখৰেৰে লিখা থাকিব জাতীয়তাবাদৰ পবিত্ৰ বুৰঞ্জীত।

শ্যামলী, তেতিয়াৰ সেই কলিকতা, সেইবোৰ আজি আৰু নাই। কাষতে বহি থকা অৰবিন্দক সি কয়, তাৰ পৰিকল্পনা ভুল হ'ল, সি অন্ততঃ কলিকতালৈ অহাৰ আগতে ভাবিব লাগিছিল যে বাসন্তী ভবানী বৰুৱাৰ ডাঙৰ বোৱাৰীয়েক আৰু প্ৰদীপৰ নবৌৱেক।

অৰবিন্দৰ তাক সান্ত্বনা দিয়াৰ ভাষা নাই, সান্ত্বনা সি নুশুনে— কাৰো কথা শুনিবৰ তাৰ ইচ্ছা নাই।

অলপ আঁতৰতে বহি বঞ্জিতক কোলাত বহুৱাই লৈ গীতাই গান গাইছে। প্ৰশান্তৰ গান শুনাৰ ধৈৰ্য্য একেবাৰেই নাই।

ইহঁতে কেৱল কান্দিব জানে। এফালে পুলিচ-মিলিটেৰীৰ বেয়নেট আৰু গুলীৰ শব্দ আৰু আনফালেদি ইহঁতৰ কান্দোন। কান্দি কান্দিয়েই ইহঁতে দেশৰ প্ৰাণটো খাই পেলালে। কলিকতাতো আহি সেই একেই বিননি। গানৰ কৰুণ বিননিৰে হিমালয়ৰ এটুকুৰা শিল হয়তো খহাই আনিব পৰা হব, কিন্তু আন্দোলন চলাবলৈ প্ৰেৰণাতো তাত নাই!

পিচদিনা দুপৰীয়া চকু মুদি ভাতখিনি খাই সি ঠিক কৰিলে আবেলি পাঁচ বজাৰ ৰেলত অসমলৈ ঘূৰি যাব বুলি। বাসন্তীক কোৱা নাই, কোৱাৰ আৱশ্যকো নাই। শুনিলে কব, "ভাই, অভিমান কৰিছা। তোমাক কোনোৰকমেই যাবলৈ দিব নোৱাৰো। আৰু এসপ্তাহ থাকা। দাদাৰ আহক।" এই বুলি কৈ মৰম কৰিবলৈ আহিব। নাই, ইহঁতক মৰম কৰিবলৈ দিব নোৱাৰি, ইহঁতৰ মৰমত বিহ আছে।

দীপালীৰ বাহিৰে তাৰ আপোন বুলিবলৈ বৰ্ত্তমান আৰু কোনো নাই।

"প্ৰশান্ত, ভাই, এই চাৰে চাৰিশ টকাৰ চেক্‌খন বেংকত ভঙাই আনাগৈ। মটৰতে যোৱা। দাদাৰলৈ তিনিশ টকা পঠাব লাগিব আৰু তোমাৰ কোটটো আজি দৰ্জীৰ তাৰ পৰা আনিব লাগিব। গীতা, তয়ো যা, ধৰমতলাৰ কমলালয়ৰ পৰা চাই ব্লাউজ পিচ্‌ দুটা লৈ আহিবি। এই ড্ৰাইভাৰ, ইউনাইটেড্‌ বেংক অব ইণ্ডিয়া, ক্লাইভ ঘাট ষ্ট্ৰীট্‌।"



ড্ৰাইভাৰে মটৰ চলাই দিলে।

"দাদাৰলৈ তিনিশ পঠিয়াব লাগিব আৰু তোমাৰ কোটটো আনিব লাগিব।"......

এক মিনিটৰ ভিতৰতে সি কি কৰিব ঠিক কৰি ললে।

এইবাৰ ইন্‌কমটেক্স অফিছাৰ আৰু অফিছাৰৰ পতিব্ৰতা সহধৰ্ম্মিণীক শোষণ কৰিব লাগিব। ইহঁতক শোষণ নকৰিলে দেশে অন্ততঃ ক্ষমা নকৰিব।

টকাখিনি লৈ বেংকৰ পৰা নামি আহিল। আঢ়ৈ বাজিছে, পাঁচ বজাত ৰেলত উঠিব লাগিব। এইখিনি সময় অৰবিন্দৰ লগতে কটাই দিব লাগিব। ড্ৰাইভাৰক কলে—44, Colootola Street.

"এম-এ পঢ়িবলৈ কেতিয়াকৈ আহিব? অক্সফোৰ্ডলৈ যাব কেতিয়া?" —গীতাই ভাবত গভীৰ হৈ থকা প্ৰশান্তক সুধিলে।

"পাৰিলে আহিব লাগিব," সি কয়। তাইৰ লগত কথা পাতিবৰ অকণো ইচ্ছা নাই। বায়েকক খাটি তাইতো তাক টকা দিয়াব নোৱাৰে। তাইতো দীপালী নহয়।

জেপত থকা টকাখিনিলৈ এবাৰ সি চালে।.....

বাসন্তীয়ে কি ভাবিব? পৃথিবীত যে চিনেমা চাই হাঁহি হাঁহি জীৱন কটোৱাতকৈ আৰু ডাঙৰ কাম আছে, তাকে এবাৰ ভাবিব পাৰিব। তাই যে তাক তাৰ মাকতকৈও বেচি মৰম কৰে! নাই, দিন ভাললৈ আকৌ আহিব, স্বাধীন হোৱাৰ পিচত আকৌ মৰম-চেনেহ উভটি আহিব। সি তেতিয়া বাসন্তীৰ ওচৰত ক্ষমা ভিক্ষা কৰিব। তেতিয়া তাই তাক মোৰ সোণটো বুলি বুকুত সুমুৱাই লব। নাৰীৰ খং বোলা কিবা বস্তু আছে নেকি?

জয়ন্ত! সি যদি তাক ক্ষমা নকৰে? জয়ন্তৰ লগত তাৰ কি সম্পৰ্কটো আছে? সি ভবানী বৰুৱাৰ ল'ৰা আৰু প্ৰদীপৰ ককায়েক। সি যে তাক এদিন তাৰ আদৰ্শ ভায়েক বুলি গৌৰৱ কৰিছিল? সেইবোৰ পুৰণি কথা। সি নিজেই জানো তাক কম ভক্তি কৰিছিল। আজিৰ ভালপোৱা কালিলৈ পৰিণত হব ঘৃণাত, যাক প্ৰাণ দি ভালপোৱা হৈছিল, কালিলৈ সি হৈ পৰিব কলঙ্কিত। "If you begin by sacrificing yourself to those you love, you will end by hating

those to whom you have sacrificed yourself."—বাৰ্ণাৰ্ড শ্বই তাৰ মনৰ কথাটো বাৰু কেনেকৈ জানিলে ?

কলেজীয়া শিক্ষাৰে শিক্ষিতা গীতাই কি ভাবিব ? এই ছোৱালীজনীৰ ব্যক্তিগত কিবা মত আছে নেকি ? বনৰীয়া জুৰিৰ দৰে বনৰীয়া হৈ ঘূৰি ফুৰা এই ছোৱালীৰ বিয়া হোৱাৰ দিনাই মৃত্যু ঘটিব,—স্বামী পৰম গুৰু, স্বামীয়ে বেয়া পাব ! সি যিয়েই কৰক নালাগিলে তাইৰ চিন্তা কৰিবৰ কি দৰ্কাৰ ?

ৰুবী আৰু ৰঞ্জিতে কি ভাবিব ? সিহঁত নতুন মানুহ, সিহঁতে বুজিব পৰা হ'লে তাক ভালদৰেই বুজি পাব। এইখিনি টকা এইদৰে সি নিজৰ কাৰণে লোৱা নাই। সি বিলাতলৈ যোৱাহেঁতেন মাহেকত পাঁচশকৈ খৰছ কৰিব পাৰিলেহেঁতেন। নতুন যুগৰ ফিৰিঙতি সিহঁত, সিহঁতে তাক নুবুজিলে পৃথিবীত তাক আৰু কোনে বুজিব ? ভাল দিন আকৌ আহিব, সিহঁতক সি নিজেই নতুন ধৰণে গঢ়ি তুলিব।

দীপালীয়ে বাৰু বেয়া পাব নেকি ? তাই আকৌ বেয়া পাব কেলেই ? কথাটো শুনিয়েই তাই বাসন্তীলৈ লিখি দিব, "তুমি যদি আমাক আপোন বুলি ভাবা দাদাক নকবা একো। তোমাৰ প্ৰতি আমাৰ যিটো ভক্তি, তাতকৈ টকা ডাঙৰ নহয়।"

হাৰ্ডিঞ্জ হোষ্টেলৰ আগত মটৰৰ পৰা সি নামিল আৰু গীতাক সি সন্ধিয়া ঘৰ পাবগৈ বুলি কৈ পঠিয়াই দিলে।

শূন্য কোঠা। অৰবিন্দ বোধকৰো বালিগঞ্জলৈ গৈ তাৰ কাৰণেই অপেক্ষা কৰিছে। কালিলৈ ৰাতিপুৱা সি টকাখিনিৰ কথা শুনিব। অৰবিন্দই তাক ভালদৰেই বুজে, টকাখিনি এইদৰে নিয়াৰ কাৰণ সি বুজে খুব ভালদৰে। এম-এ পঢ়া বাদ দি, অক্সফোৰ্ডৰ লোভ বিসৰ্জন দি কি কৰিছে, তাক অৰবিন্দই নুবুজিলে কোনে বুজিব !

হোষ্টেলৰ ওপৰৰ পৰা নামি আহোতে তাৰ কলিকতাৰ পৰা চিৰদিনৰ কাৰণে বাসন্তী-জয়ন্ত আদি আটাইবোৰকে এৰি নামি অহাৰ দৰে লাগিল। নাই, কলিকতালৈ আকৌ আহিব লাগিব, ভাল দিন আকৌ আহিব।

অসমমুখী ৰেলখনৰ থাৰ্ডক্লাছৰ চুক এটাত বহি সি চকু দুটা মুদি দিয়ে। এইবাৰ তাক আগবঢ়াই থবলৈ কোনো নাহিল।



বাসন্তীতো দেবী নহয়। বাসন্তীৰ জীৱনৰ পৰা বসন্ত কাহানিবাই আঁতৰি গৈছে। .....

সহকৰ্ম্মী আৰু গাঁৱৰ মানুহৰ সীমাহীন মৰম চেনেহৰ মাজত সি আকৌ সোমাই পৰিল। কলিকতালৈ অহাটো এটা দুৰ্ভাগ্য বুলি ধৰি ললে। তথাপিও চাৰে চাৰিশ টকা গোট খালে। এইটো কিন্তু কম কথা নহয় !

অৰবিন্দৰ চিঠিয়ে তাক আকৌ বাসন্তীৰ কথা সোঁৱৰাই দিলে। সি অহাৰ পিচত তাৰ কাৰণে তাই দুখ কৰি দুদিন একো নোখোৱাকৈয়ে থাকিল। টকাখিনি অনাৰ কাৰণে তাই হেনো একো ভবাই নাই, কিন্তু তাইৰ দুখ যে সি আহিবৰ সময়ত তাইক দেখা কৰি নাহিল, বিদায়ৰ সময়ত তাই তাৰ মূৰত ধৰি মৰম কৰিবলৈ নাপালে, ষ্টেচনলৈ আহি ৰেলত উঠাই দিবলৈ নাপালে। তাৰ কোটটো আনি থোৱাতে থাকিল। ইতিমধ্যে জয়ন্ত ঘূৰি আহিছে আৰু তাৰ কথা শুনি একেবাৰে অবাক মানিছে। বাসন্তীয়ে জয়ন্তক স্পষ্টভাবে কৈ দিছে—মই আৰু দুশ টকা প্ৰশান্তলৈ পঠিয়াই দিম। আপুনি যেন এটা কথাও নকয় আৰু প্ৰশান্তৰ ওপৰত যেন অকণো খঙ নকৰে।

প্ৰশান্তৰ হাঁহিবৰো আজি সময় নাই। ইহঁত এনেকুৱাই। স্বামী ঘৰত নহ'লে বিনা অনুমতিত ইহঁতে একোৱেই কৰিব নোৱাৰে—স্বামী পৰম গুৰু। স্বামী যেতিয়া ওচৰত থাকে ইহঁতৰ সাহস বাঢ়ি যায়, ডাঙৰ কথা কৈ মৰণৰ ভয় দেখুৱায়, ভয় খুৱায়। যেতিয়া স্বামীয়ে দুখ পোৱা যেন দেখে তেতিয়া নিয়ৰে ধুওৱা শেৱালি ফুলৰ দৰে লেৰেলি বুকুত সোমাই ক্ষমা ভিক্ষা কৰে।

## চাৰি

বিচনাৰ ওপৰতে বহি প্ৰশান্তই গৰম গাখীৰৰ গিলাচটো দীপালীৰ হাতৰ পৰা নিজ হাতলৈ তুলি লৈছে। অলপ আগতে তাই আলু ভাজিৰে সৈতে চাৰিখন লুচিৰ এখন প্লেট অৰবিন্দৰ আগত দি গ'ল।

অৰবিন্দই যদি প্ৰশান্তৰ কথা নাজানে তেন্তে অসম দেশত আৰু কোনেও নাজানে।······

আঠোটা বছৰ পাৰ হৈ গ'ল। এইখিনি সময়ৰ ভিতৰতে পৃথিবীৰ মুখৰ চেহেৰা সলনি হৈ গৈছে। এক বিৰাট হাঁহাকাৰৰ সৃষ্টি কৰি পৃথিবীজোৰা এখন মহাসমৰ এইখিনি সময়ৰ ভিতৰতে শেষ হৈ গ'ল।

ভাৰতৰ আকাশত ইউনিয়ন জেকৰ ঠাইত জাতীয় পতাকা উৰি আছে।

প্ৰশান্ত অন্ধকাৰৰ পৰা পোহৰলৈ ওলাই আহিল। দেউতাক আহিল, মাক আহিল, মোমায়েক আহিল। ঘৰলৈ সি নগ'ল। ইহঁতক ক্ষমা কৰিব নোৱাৰি, ইহঁত তাৰ একো নহয়।

ইহঁতৰ উপাৰ্জনৰ এটা পইছাও লোৱা মানে নিজৰ স্বাধীন মনোভাৱক বিশ্বাসঘাতকতা কৰা।

তেন্তে উপায় কি? চাকৰি? গৱৰ্ণমেণ্ট অফিছাৰ?

চাকৰি সি নকৰে। এই বিশ্বাসঘাতকী আৰু দেশদ্ৰোহীবোৰৰ লগত চাকৰি কৰাতকৈ সি ব্ৰহ্মপুত্ৰত জাপ দি আত্মহত্যা কৰিব। সৰু কালৰে পৰা তাৰ বৰ আশা আছিল এজন ভাল অধ্যাপক হোৱাৰ। সেইটো আৰু হৈ নুঠিল। জীৱনৰ ট্ৰেজেডিৰ এটা ফাল আজি সি ভালদৰেই দেখা পালে, তাৰ বুকুত আছে নিষ্ঠুৰ নিয়তিৰ নিৰ্বাক পৰিহাস, মানুহৰ জীৱন ব্যাপী দেখা স্বপ্নৰ ওপৰত বাস্তৱৰ নিৰ্মম আঘাত। উপায় নাই, Time is out of joint!

আৰু মাত্ৰ এটা উপায় আছে—সাংবাদিকতা। চাৰিওফালৰ জঘন্য ব্লেকমাৰ্কেটিঙৰ দিনত এই দুটা পথেই স্বাধীন চিন্তাৰে সোমাব পৰা হৈ আছে।

ফাৰ্ষ্ট ক্লাছ অনাৰ্ছ পোৱা ছাত্ৰ, ভাল মানুহৰ ঘৰৰ, দৈনিক কাগজখনৰ চাব-এডিটৰ হোৱাত তাৰ বেচি সময় নালাগিল।

বাসন্তীয়ে চিঠি লিখে; উত্তৰ দিয়াৰ সাৰ্থকতা সি নেদেখে।

ৰুবী-ৰঞ্জিতে লিখে; উত্তৰ দিয়াৰ শক্তি নাই তাৰ আজি। স্বাধীনতা লাভৰ পিচত সি কলিকতালৈ ঘূৰি যোৱাৰ কথা আছিল। যোৱা আৰু নহ'ল। যি আনন্দ পাম বুলি সি এদিন আনন্দ পাইছিল, সেই আনন্দ সি পোৱা নাই—হয়তো আৰু নাপায়ো।



শ্যামলী। কলিকতাৰ কোনোবা কলেজত চাগৈ এতিয়া অধ্যাপিকা। এশ টকা দৰ্মহা পোৱা চাব-এডিটৰ এটাৰ কথা তাই নজনাই ভাল। তালৈ তাইৰ হয়তো কেতিয়াবা মনত পৰে, হয়তো নপৰে। Life is worth all its sufferings when there is a faithful friend to weep with us!

গীতা! কেবাশও টকা দৰ্মহা পোৱা স্বামীৰ বহল বুকুৰ মাজত সোমাই তাই হয়তো কৈছে, "আপোনাক নেদেখিলে মোৰ বুকুত যে ধুমুহাৰ সৃষ্টি হয়।" উত্তৰ দিয়াৰ খাতিৰত টকাৰ চিন্তাৰ পৰা অলপ সময়ৰ কাৰণে আঁতৰি আহি তাইৰ আদৰ্শ পুৰুষে চেষ্টা কৰিয়েই হয়তো কৈছে, "তুমি মোৰ আন্ধাৰ জীৱনৰ এপাহি সদ্য প্ৰস্ফুটিত গোলাপ ফুল"। বায়েকক দেখিলে হয়তো তাৰ কথা তাইৰ মনত পৰে। মনত পৰা মাত্ৰকে নিলৰ্জ্জ ভাবে টকা চুৰি কৰি নিয়া এটা 'forgotten patriot'ৰ লগত কি দুৰ্ভাগ্যত চিনাকি হৈছিল বুলি তাই হয়তো চকু দুটা মুদি দিয়ে।

দূৰণিৰ কোনোবা এটা কাহৰ ঘণ্টাত ৰাতি বাৰটাৰ ঘণ্টা। ৰঙা চিয়াহীৰে প্ৰশান্তই প্ৰুফ চোৱাত লাগিছে।

টেলিপ্ৰিণ্টাৰৰ শব্দ—টেলিফোনৰ ক্ৰিং ক্ৰিং ক্ৰিং—প্ৰুফ অনা-নিয়া মানুহৰ অহা-যোৱা। ওপৰত বৰ লাহে লাহে এখন ফেন চলি থাকে।

···পণ্ডিত নেহৰুৱে পৰিচত বহা সম্মিলিত জাতি সংঘৰ সাধাৰণ সভাত বিপুল হৰ্ষধ্বনিৰ মাজত ঘোষণা কৰে যে ভাৰতে পৃথিবীত শান্তি প্ৰতিষ্ঠাৰ হকে প্ৰাণপণে চেষ্টা কৰিব ·····।

···পাকিস্থানৰ প্ৰধান মন্ত্ৰী লিয়াকৎ আলি খাঁই কৰাচীৰ এখন বিৰাট সভাত বজ্ৰমুষ্ঠি দেখুৱাই কয় যে কাশ্মীৰ সমস্যাৰ অতি সোনকালে······।

···ছোভিয়েট ৰুছিয়াই সৰ্বপ্ৰথমে মাও চে টুঙৰ নতুন চীনক স্বীকাৰ কৰিছে আৰু এই প্ৰসংগত মাৰ্শ্বাল ষ্টেলিনে কয় ···।

বহুত সময় মুখত সুমুৱাই থোৱা চিগাৰেটৰ ধোৱা সি লাহে লাহে ওপৰলৈ উলিয়াই দিয়ে। মেচিনৰ শব্দ লাহে লাহে বেচি হৈ যায়।

পৃথিবীৰ আনবোৰ মানুহৰ যেতিয়া দিন আৰম্ভ হয়, তাৰ তেতিয়া আৰম্ভ হয় ৰাতি; আনৰ যেতিয়া ৰাতি আৰম্ভ হয় তাৰ আৰম্ভ হয় দিন।

একাপ গৰম চাহ, ডুখন শুকান বিস্কুট। টেলিপ্ৰিণ্টাৰৰ শব্দ—টেলিফোনৰ ক্ৰিং ক্ৰিং ক্ৰিং—এছ্‌ট্ৰেৰ ওপৰত থকা এডাল চিগাৰেট।

—চাব-এডিটৰৰ জীৱনত এটা বৰ অপূৰ্ব্ব বস্তু লাভ কৰাৰ সুযোগ ঘটে।

…দেশকৰ্ম্মী এম, এল, এ, ভগীৰথ বৰুৱাই জকাইচুকৰ এখন বিৰাট ৰাজহুৱা সভাত কয় যে তেওঁৰ দৰে হাজাৰ হাজাৰ দেশ প্ৰেমিকৰ অসীম ত্যাগ নোহোৱাহেঁতেন, ভাৰতৰ স্বাধীনতা……।

ভগীৰথ বৰুৱা! চৰকাৰৰ লগত গোপন ভাবে চুক্তি কৰি এওঁ এদিন জেলৰপৰা আণ্ডাৰটেকিং দি ওলাই আহিছিল। মুখত গান্ধীৰ নাম, প্লেটফৰ্ম্মৰ ওপৰত বিৰাট গণতান্ত্ৰিক। গোটেইখন জকাইচুক পথাৰ কঁপাই এদিনতে এওঁ ঘূৰি আহিল আৰু সেইবোৰেই হয়তো কালিলৈ হৈ পৰিব অসম দেশৰ সৰ্ব্বপ্ৰথম খবৰ!

ক্ৰিং ক্ৰিং ক্ৰিং।

"হেল্-ল।"

"ইয়েছ।"

"ইট ইজ পুলিচ ইন্সপেক্টৰ চৌধাৰী স্পিকিং! এটা নিউজ আছে—চুইচাইদ্।"

"চুইচাইদ্!"

"ইয়েছ। এজনী তিৰোতাই কাছাৰী ঘাটৰ পৰা পানীত জপিয়াই পৰি চুইচাইদ্ কৰিলে। বয়স ১৮।১৯ হব। চেহেৰা আৰু পোচাকৰ ফালে চাই অনুমান কৰিব পাৰি ভাল মানুহৰ ঘৰৰে বুলি। গাত একো পোৱা নাই। পোষ্টমৰ্টেম পৰীক্ষাৰ কাৰণে কালিলৈ ৰাতিপুৱা পঠোৱা হব।"

ফোনটো থৈ প্ৰশান্ত চকিখনত বহি পৰে। ওঠৰ-উনৈশ বছৰৰ এজনী তিৰোতা, চুইচাইদ্! চাব-এডিটৰ সি, নিউজটো মাত্ৰ কাগজত ছপাই দিব লাগিব, তাৰ বাহিৰে তাৰ আৰু একো কৰিবলৈ নাই। এটি গাভৰু জীৱনৰ অৱসান—কি ৰহস্য আছে তাৰ মাজত—কাৰ অত্যাচাৰত জৰ্জ্জৰিত হৈ এজনী অসহায় নাৰীয়ে এই শেষ পন্থা অবলম্বন কৰিলে—জনাৰ তাৰ দৰ্কাৰ নাই। চাব-এডিটৰ সি!



মন তাৰ বেদনাৰে উপচি পৰিল, ভাব তাৰ গভীৰতৰ হৈ পৰিল। টমাছ হুডৰ কবিতটোলৈ তাৰ মনত পৰিল ঃ

'Make no deep scrutiny
Into her mutiny
Rash and undutiful;
Past all dishonour
Death has left on her,
Only the beautiful………'

চাব-এডিটৰ সি, নিউজটো মাত্ৰ কাগজত ছপা কৰি দিব লাগিব। ৰাতিপুৱা গোটেই দেশৰ মানুহে পঢ়ি ডুখ প্ৰকাশ কৰিব। ডুখ প্ৰকাশ কৰাৰ বাহিৰে আৰু কি কৰিব পাৰে!

তৃপ্তি নাই—শান্তি নাই—আনন্দ নাই। সি যেন কোনেও নমতাকৈয়ে ইয়ালৈ সোমাই আহিল। পৃথিৱীখনত জন্ম লৈ তাৰ কি এনে গভীৰতম লাভটো হ'ল? নিজক ফুটাই তোলাৰ সুবিধা নাই। এষাৰ কথা প্ৰাণ খুলি কবলৈ শক্তি নাই। এইটো এটা প্ৰকৃততে সমাধি অৱস্থা।

মহাকালৰ যাত্ৰাপথৰ যাত্ৰী সি, কালৰ নিষ্ঠুৰ পৰিহাস, মানুহৰ জীৱন স্বপ্নৰ ওপৰত ৰূঢ় ব্যঙ্গ!

'The time is out of joint; O cursed spite,
That ever was I born to set it right!'

পিচ মুহূৰ্ত্ততে সি গাত এটা অদ্ভুত ধৰণে বল পায়, চিগাৰেটৰ ধোঁৱাবোৰ জোৰেৰে মুখৰ পৰা উলিয়াই দিয়ে। পৃথিবীৰ প্ৰত্যেক ঠাইতে হাজাৰ হাজাৰ চাব-এডিটৰে তাৰ দৰে কাম কৰে, নিদ্ৰাহীনভাবে অবিৰাম গতিৰে হাঁহি হাঁহি কাম কৰি যায়। সিহঁতৰ কাৰণেইতো ৰাতিপুৱা পৃথিৱীৰ অতবোৰ মানুহে ঘৰতে বহি সমগ্ৰ বিশ্বৰ খবৰ জানিবলৈ পায়। আজিৰ পৃথিৱীখনত খবৰ কাগজ পঢ়িবলৈ নাপালে মানুহ বাচি থাকিব পাৰে নেকি? কেইজনমান চাব-এডিটৰৰ মানসিক আৰু শাৰীৰিক কষ্টৰ বিনিময়ত পৃথিৱীত জ্ঞানৰ আদৰ বাঢ়িব, বেলেগ বেলেগ দেশৰ মাজত ভ্ৰাতৃত্ব গঢ়ি উঠিব। ইয়াতকৈ মানুহৰ সাৰ্থকতা আৰু কি থাকিব পাৰে?

'Life is a battle without armistice.'—জীৱনৰ যুদ্ধত কাৰো

ওচৰত কোনোদিন পৰাজয় স্বীকাৰ কৰাৰ কথা তাৰ মনত নপৰে। কিন্তু জয়নো লাভ হ'ল ক'ত? দেশৰ স্বাধীনতা সংগ্ৰামত সি জপিয়াই পৰিছিল, কিন্তু তাৰ পৰা কি লাভ হ'ল? দেশ স্বাধীন হলে মানুহৰ মুখত হাঁহি ফুটি উঠিব বুলি সি ভাবিছিল, সমাজৰ মুখৰ চেহেৰা চিনিব নোৱাৰাকৈ সলনি হব বুলি আশা কৰিছিল, স্বাধীন দেশৰ বতাহ সেৱন কৰি দুগুণ উৎসাহেৰে সি পঢ়াত লাগি যাব বুলি ভাবিছিল। কিন্তু হ'ল কি? সোণৰ কল্পনা এইদৰে চকুৰ আগত ভাগি একেবাৰে শেষ হৈ গ'ল কিয়? নাই, জীৱনৰ যুদ্ধত বৰ শোচনীয় ভাবেই তাৰ পৰাজয় ঘটিল।

পৰম অপ্ৰত্যাশিতভাবে এক কাল সন্ধিয়াত তাৰ আদৰ্শ পুৰুষ মহাত্মা গান্ধীৰ মৃত্যু ঘটিল। ৰাতিপুৱাৰ কাগজত মৃত্যুৰ খবৰ প্ৰকাশ পাব লাগিব। চাব-এডিটৰৰ কাম—ডাঙৰ ব্লকবোৰ কেনেদৰে সজাব লাগিব, আখৰবোৰ কিমান ডাঙৰ কৰিব লাগিব, কি শব্দ খুৱালে মানুহৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা হব। টাইপ, টেলিপ্ৰিণ্টাৰ, টেলিফোনৰ শব্দৰ মাজতে বিজুলি গতিৰে ফুৰিব লগা হ'ল সি। মহাকালৰ যাত্ৰাপথত এজন মহামানৱৰ অকাল-মৃত্যুত মূৰত হাত থৈ এক মুহূৰ্ত্তও বেজাৰ কৰিবলৈ সময় সি নাপালে। কাগজ পঢ়ি পঢ়ি যেতিয়া দেশৰ মানুহে হিয়া ভাঙি কান্দিব তেতিয়া সি নিজে অত কষ্ট কৰি সজোৱা খবৰ আৰু ব্লকবোৰৰ সাৰ্থকতা দেখি আনন্দ লাভ কৰিব।

এয়েই তাৰ জীৱন। পৃথিবীয়ে যেতিয়া কান্দে সি তেতিয়া হাঁহে। আনৰ যেতিয়া দিনৰ অৱসান হব, তাৰ হব আৰম্ভ; আনৰ যেতিয়া ৰাতিৰ অৱসান ঘটিব, তেতিয়া তাৰ আৰম্ভ হব ৰাতি।

চাব-এডিটৰৰ জীৱনত এটা বৰ অপূৰ্ব্ব বস্তু লাভ কৰাৰ সুযোগ ঘটে।

সেইদিনা ৰাতি দুই বাজিছিল। প্ৰশান্তই ফাইনেল প্ৰুফটো চাই শেষ কৰিবলৈ ধৰোঁতেই ভীষণ ধৰণে কাহ আৰম্ভ হ'ল। হাতত এডাল জ্বলা চিগাৰেট, মূৰ গৰম। কাহ ক্ৰমান্বয়ে বেচি হৈ গ'ল—আন কালতকৈও অনেক বেচিকৈ, আৰু এবাৰ কাহৰ লগতে বৰ আচৰিত ধৰণে এডোখৰ চকলেট ৰঙৰ তেজ ওলাই প্ৰুফৰ ওপৰতে পৰিল।

হয়, এডোখৰ চকলেট ৰঙৰ তেজ!



বিকট ভাবে সি এটা চিঞৰ মাৰিলে। তাৰ পিচত চকু দুটাৰে স্থিৰ হৈ বৰ অস্বাভাৱিক ভাবে তেজ ডোখৰৰ ফালে সি চায়েই থাকিল।

...এম-এ পাচ—অক্সফোৰ্ড—শ্যামলী—অধ্যাপনা! চাব-এডিটৰৰ জীৱনত এটা বৰ অপূৰ্ব্ব বস্তু লাভ কৰাৰ সুযোগ ঘটে।......

## পাঁচ

ঘৰৰ ঠিক ওপৰেদিয়েই আকাশী জাহাজ এখন ডাঙৰ শব্দ কৰি উৰি যায়।

"মই দহ তাৰিখৰ পৰা কুৰি দিনৰ কাৰণে কলেজৰ পৰা ছুটি লৈছোঁ। বাৰ তাৰিখে তোক যাদবপুৰলৈ লৈ যোৱাৰ কথা ভাবিছোঁ।"—অৰবিন্দই প্ৰশান্তৰ মুখলৈ চাই কয়।

"টকাখিনি জানো যোগাৰ কৰিব পাৰিলে?"—দীপালীয়ে আগ্ৰহেৰে সোধে।

"প্ৰশান্তৰ কাৰণে সংগ্ৰহ কৰা ফাণ্ডত বৰ্ত্তমানলৈকে জমা হৈছে চাৰে চাৰিশ, আৰু বেচি হোৱাৰ আশা আছে। দুশ টকা বিকাশ দুৱৰাই আজি দিয়াৰ কথা আছিল। মই যাম তেওঁৰ তালৈ এতিয়াই। তাৰ পিচত মোৰ মাহে পোৱা টকা খিনিৰেই......।"

মুখখন তুলি দীপালীয়ে কয়, "অৰবিন্দ দা, আপুনি কুৰিদিনৰ ছুটি লব লাগিছে কিয়? প্ৰশান্তদাৰ লগত মই থাকিমেই নহয়, আপুনি থৈয়েই গুছি আহিব পাৰিব।"

"প্ৰশান্তদাৰ লগত মই থাকিমেই নহয়"—দীপালীৰ গভীৰতম অন্তৰৰ পৰা অহা এইষাৰ কথা।

প্ৰশান্তৰ দেউতাক তেতিয়া আছিল নগাঁৱত। তাৰ অসুখৰ কথা শুনা মাত্ৰকে দীপালীয়ে চুটকেচ্ এটাত নিজৰ কাপোৰ কেইটামান ভৰাই ঘৰৰ পৰা ওলাই আহিল। অবাক হৈ থিয় হৈ থকা মাকক আহিবৰ সময়ত তাই জনাই আহিল, "প্ৰশান্তদাৰ অসুখ, মই নহলে

তেওঁক শুশ্ৰূষা কৰিব কোনে? তেওঁ য'ত মৰো ত'ত। এইকেইদিন তোমালোকৰ ঘৰত আলহী হিচাপে মাত্ৰ আছিলো। দেউতা আহিলে কবা যে যাব ঘৰত প্ৰশান্তৰ নিচিনা সন্তানৰ ঠাই নাই, তাত প্ৰশান্তৰ ভনীয়েকৰো ঠাই নাই। মই গুৱাহাটীৰ ছোৱালী হাইস্কুল এখনত মাষ্টৰণী কামো পাইছো, কাইলৈৰ পৰা জইন কৰিব লাগিব।"

যোৰহাটৰ এটা মৃত্যুমুখী মানুহক বচাই চিভিল চাৰ্জন বৰুৱাই আহি দীপালীৰ কথা শুনি আচৰিত নহ'ল। ইহঁত নতুন মানুহ, ইহঁতৰ জন্ম নোহোৱাহেঁতেনেই ভাল আছিল!

নাৰী যে ইমান মহিমাময়ী হব পাৰে, নাৰীৰ প্ৰাণ যে ইমান ৰমণীয়-কমনীয় হৈ উঠিব পাৰে, অৰবিন্দই ভাবিব পৰা নাছিল আগতে।

আই-ভাৰতী-দীপালি-বাসন্তী! ব্ৰহ্মপুত্ৰৰ পানী এদিন শুকাই শেষ হৈ যাব, কিন্তু ইহঁতৰ মৰম চেনেহ কোনোকালে শেষ নহব!

অৰবিন্দই হাতৰ ঘড়ীটোলৈ এবাৰ চালে। "মই আহিলো, এঘাৰ বাজি চল্লিশ মিনিট গ'ল।"

সি লাহে লাহে ওলাই যায়। দীপালীয়ে ঘৰৰ বাহিৰলৈকে আগবঢ়াই থৈ আহে।

খোজকঢ়াৰ গতি কমাই দি প্ৰশান্তৰ বিষয়ে সি সচেতন হৈ উঠে।

অসম দেশৰ এটা উজ্জ্বল জীৱন, অনাগত ভৱিষ্যতৰ আশাৰ স্থল, জাতীয়তাবাদৰ অনুপ্ৰেৰণাই বুকুৰ উম দি যাক ডাঙৰ কৰিছিল, এই এটা জীৱন নিষ্ঠুৰ সময়ৰ অতি নিষ্ঠুৰ অত্যাচাৰৰ হাত সাৰিব নোৱাৰি বৰ অসহায় ভাবে প্ৰায় শেষ হৈ গৈছে। অথচ তাৰ বেজাৰ নাই, কলিজা ৰোগে শুহি শুহি খালেও প্ৰেৰণা তাৰ মৰা নাই। সেইদিনা সি কৈছিল, "পৃথিৱীৰ দাগ গাত লৈ যাব নোৱাৰিলে ইয়াত যে দুদিন জীয়াই আছিলো তাৰ প্ৰমাণ কি?"

যাদৱপুৰৰ যক্ষাৰোগৰ হাস্পতাললৈ তাক সি লৈ যাব। কাষত থাকিব ভনীয়েক দীপালী। এদিন প্ৰশান্ত কলিকতালৈ গৈছিল এম-এ পঢ়িবলৈ—অক্সফোৰ্ডলৈ যোৱাৰ ডাঙৰ অনুপ্ৰেৰণা লৈ, কল্পনা কৰিছিল ভৱিষ্যতত ডাঙৰ অধ্যাপক হব—এটা কালচাৰড্ লাইফ লিড্ কৰিব। আৰু আজি?

এয়েই জীৱন! নৈৰ বুকুত উঠা ঢৌতকৈয়ো মূল্যহীন; বাৰিষাৰ



ধলৰ লগত উটি অহা সৰু সৰু টুকুৰাৰ দৰে এই জীৱন। ধ্বংসৰ তাণ্ডৱ নৃত্য চাৰিওফালে, ভাঙি পেলোৱাৰ, একেবাৰে শেষ কৰি দিয়াৰ চেষ্টা, উপায় নাই হাত সাৰিবৰ, উপায় নাই!

অৰবিন্দৰ কাষেদিয়েই পকাৰ ওপৰত চেন্দেল চোচোৱাই চোচোৱাই কেইজনীমান ছোৱালী আগবাঢ়ি যায়। হাঁহি নাই মুখত সিহঁতৰ। ইহঁতে বাৰু হাঁহিব নোৱাৰে কেলেই?

সি নিজেই বা হাঁহিব পাৰিলে কেতিয়া?

নামকৰা ঠিকাদাৰ বিকাশ ডুৱৰা। প্ৰচণ্ড গতিৰে আগবঢ়া তেওঁৰ মটৰখন কেতিয়াবা লগ ধৰিব পাৰিলেও মটৰৰ গৰাকীক ঘৰত লগ ধৰা টান।

আলিবাটৰ পৰাই অৰবিন্দই বহল খিৰিকী এখনৰ মাজেদি দেখে—ডুৱৰাই প্ৰকাণ্ড আইনা এখনৰ সন্মুখত থিয় হৈ টাইডালৰ নটটো দিয়াৰ চেষ্টা কৰিছে আৰু তেওঁৰ নব-বিবাহিতা পত্নীয়ে কাষতে কোটটো ভাজ কৰি থিয় হৈ আছে।

ডুৱৰাৰ টকাখিনি নহলে যে প্ৰশান্তৰ যোৱাটোৱেই হৈ নুঠিব।

কুচন পৰা চকী এখনত বহি সি কিতাপৰ আলমাৰি দুটালৈ চালে। মৰক্কো চামৰাৰে বন্ধোৱা দামী কিতাপ সুন্দৰভাবে সজোৱা আছে। পৰিষ্কাৰ আইনাৰ মাজেৰে চালে চাই থাকিবৰ মন যায়। তাৰ নিজৰ কিতাপবোৰৰ কথা মনত পৰিল। সাধাৰণ আলমাৰি এটাত থোৱা কিতাপ, ফাটি প্ৰায় শেষ হৈ গৈছে। ভাৰতীৰ হাত নলগাহেঁতেন, কাহানিবাই পোকে খাই শেষ কৰি পেলালেহেঁতেন। কলেজৰ সেই ল'ৰাটোৱে 'Ideas in Modern Poetry' নামৰ কিতাপখন নি মাজৰ পোন্ধৰটা পাত কাটি ৰাখিলে। এই অন্যায়টো নকৰি সি দেখোন কথাখিনি লিখিয়েই লব পাৰিলেহেঁতেন। অধ্যাপক হাজৰিকাই তাৰ কিতাপ চাৰিখন নি আজিলৈকে ঘূৰাই দিয়াৰ সাৰ্থকতা নেদেখিলে। এই মানুহবোৰতো আগতে এনেকুৱা নাছিল!

"হেল্-ল অৰবিন্দ! হাও ডু ইউ ডু?"—চাহাবী পোচাকৰ সুন্দৰ চেহেৰাৰ ডুৱৰা আহি তাৰ আগত থিয় দিলেহি।

"এঠাইত এটা কাম আছিল।"

পৰ্দাখন দাঙি উলৰ ছুৱেটাৰ এটা গুঠি গুঠি মিচেছ ডুৱৰা আহি অৰবিন্দৰ কাষতে থিয় হ'লহি।

"মাই ৱাইফ—স্মৃতিৰেখা। এওঁ অৰবিন্দ বৰুৱা, কটন কলেজৰ ইংৰাজীৰ প্ৰফেছৰ। প্ৰফেছৰ হিচাবে এওঁৰ ভাল ৰেপুটেশ্যন আছে।"

অৰবিন্দই চকীৰ পৰা উঠি নমস্কাৰ জনায়, স্মৃতিৰেখাই তলৰ ওঁঠটো দাঁতেৰে কামুৰি ধৰি কাষৰ চকীখনতে বহে।

এছ-ট্ৰেখনত চিগাৰেটটো থৈ ডুৱৰাই কয়, "বুজিছা অৰবিন্দ, এই অসমীয়া মানুহবোৰৰ কাম আৰু একো নাই যেন পাইছো। কালিৰ কাগজত তেজপুৰৰ এজনে এখন চিঠি লিখিছে। তাত লিখিছে যে, এই কণ্ট্ৰেকটাৰবোৰে টকা হজম কৰি জাতীয় চৰকাৰক দেউলীয়া কৰিবলৈ আৰু বেচি দিন নাই। ইহঁতৰ জীৱনত একোৱেই নহয়—মই আজি তোমাক কৈ দিলো। Gap-toothed bull-headed baboons!"

ডুৱৰাই টাইডালৰ নটটো লৰাবলৈ ধৰিলে। স্মৃতিৰেখাৰ চুৰেটাৰৰ ওপৰত হাতৰ গতি খৰ হ'ল। অৰবিন্দই মৰকো চামৰাৰে বন্ধোৱা কিতাপবোৰলৈ আকৌ এবাৰ চালে।

ডুৱৰাৰ টকাখিনি নহলে—।

"অসমৰ হাবিত বাঘ দেখিবা, ভালুক দেখিবা, মানুহ নেদেখা। এজন ভাল কবি নাই, এক্টৰ নাই, পলিটিছিয়ান নাই। শূন্য, চাৰিওফালে শূন্য! হব কেনেকৈ? বিদেশীৰ হাতৰ পৰা কাঢ়ি আমি আন্তৰিকতাৰে এটা কাম কৰিব খুজিলেও এই কাম নাইকিয়াবোৰৰ পৰা নোৱাৰি। অসমীয়া মানুহবোৰৰ sense of decency একেবাৰেই নাইহে।"

লাইটাৰৰ জুইৰে নতুন চিগাৰেট এটা ডুৱৰাই জ্বলাই লয়।

"বৃটিছ চৰকাৰ থাকোঁতেই ভাল আছিল। সৰ্ব্বসাধাৰণ মানুহবোৰে সাধাৰণ কথাবোৰ প্ৰকাশ কৰি এটা senseless হুলস্থূলৰ সৃষ্টি কৰিব নোৱাৰিছিল। আমাৰ এই চৰকাৰটোও কিছুমান 'প্লেন' নাইকিয়া মানুহৰ হাতত পৰিল। এওঁলোকৰ হাতত জাতিটো যে কোন destinationৰ ফালে গতি কৰিছে, মই একো ধৰিবই পৰা নাই।"

—এই সময়ত টকাৰ কথা ক'লে জানো সুবিধা হব? নৱবিবাহিতা পত্নীৰ আগত ডুআৰাৰ ডাঙৰ কথা কব পাৰিলে ডুৱৰাই বৰ আনন্দ পায়। এনে অৱস্থাত টকা-পইছাৰ কথা আনি—।

"এই ধৰা তোমাৰ refugee problemটো। তোমাৰ অসমত কিছুদিনৰ ভিতৰতে refugeeৰ বাহিৰে আৰু কাকো দেখিবলৈ নাপাবা। পণ্ডিত



নেহৰুৱে কাশ্মীৰৰ কাৰণে কোটি কোটি টকা খৰচ কৰি budget deficit কৰি দিব। কিন্তু এইফালে কোনেও ভয়চেই নিদিয়ে। কাৰণ কাশ্মীৰ হ'ল তেওঁৰ পিতৃ-পিতামহৰ জন্মভূমি। তাক ৰক্ষা কৰিবৰ কাৰণে তেওঁ U. N. O. লৈ যাব, লাগিলে পৃথিবীৰ যি কোনো ঠাইলৈকে যাব, কিন্তু এই সৰ্বহাৰা হতভগীয়া refugee বোৰৰ কাৰণে তেওঁৰ নিজৰ যেন একো কৰিবলৈ নাই।"

"আপুনি এই বিষয়ে কি ভাবিছে?"—স্মৃতিৰেখাই ওপৰলৈ মুখ নোতোলাকৈয়ে সোধে।

"যুদ্ধ, immediate war। চৰ্দাৰ পেটেল আজি থাকিব লাগিছিল, বুজিছা অৰবিন্দ। ভাৰতৰ দুৰ্ভাগ্য!"

যুদ্ধ। আচল কথাটো এতিয়াহে প্ৰকাশ পাইছে। দ্বিতীয় মহাসমৰখন নোহোৱাহেঁতেন ডুৱৰাৰ এই ঘৰ, মটৰ গাড়ী, এই চাহাবী পোচাক নাথাকিলহেঁতেন বোধকৰো আৰু স্মৃতিৰেখাকো হয়তো—।

তৰ্কৰ খাতিৰত তৰ্ক কৰিবৰ আৱশ্যকতা অৰবিন্দই নেদেখে। এনেধৰণৰ মানুহৰ লগত তৰ্ক কৰি লাভটো কি হব? সি কব খুজিছিল যে নেহৰুৰ পিতৃ-পিতামহৰ জন্মভূমি বুলি ধৰি কাশ্মীৰৰ কথা চিন্তা নকৰাই ভাল। কাশ্মীৰৰ সমস্যা এনে ধৰণৰ নহয়। কাশ্মীৰৰ যুদ্ধ নীতিৰ যুদ্ধ, মুছলমান প্ৰধান কাশ্মীৰ হিন্দু-প্ৰধান ভাৰতৰ লগত থাকিব পাৰিব নে নোৱাৰে—তাৰ ওপৰত ভিত্তি কৰি গঢ় লৈছে কাশ্মীৰ সমস্যাই। নাই, এওঁ নুবুজে, ভাৰতৰ বৰ্ত্তমান আন্তৰ্জাতিক সম্পৰ্কৰ কথা বুজিবলৈ এইবোৰ মানুহৰ সময় নাই, এওঁলোকৰ বহুত কাম আছে।

ক্রিং—ক্রিং—ক্রিং।

ডুৱৰাই ফোনটো তুলি লয়, "হেল্-ল, ইয়েছ্ জাষ্ট নাও?"

"অৰবিন্দ, এওঁৰ লগতে তুমি কথা পাতা। মই এই মাত্ৰ যাব লগা হ'ল, এটা engagement আছে। বাই বাই।"

'টেষ্ট' ক্ৰিকেটৰ opening batsmanৰ দৰে ডুৱৰাই আলিৰ ওপৰত সাজু কৰি থোৱা মটৰৰ ফালে আগবাঢ়ি গ'ল।

স্মৃতিৰেখাই অৰবিন্দৰ মুখলৈ চালে।

"আপোনাৰ কথা ফৰ্থ ইয়েৰত পঢ়া মোৰ ভনীজনীয়ে কৈছিল। আপুনি হেনো মানুহজন বৰ prosaic।"

অৰবিন্দ আচৰিত হৈ যায়। তাৰ লগততো তাইৰ এই প্ৰথম কথা। ইয়াৰ ভিতৰতে এইদৰে—।

"Poetic হবলৈ চেষ্টা কৰিওতো পৰা নাই।"—বৰ সহজভাৱে সি কয়।

"টকা-পইছা হাতত নাথাকিলে মানুহবোৰ ঠিক এনেকুৱাই হয়, বুজিছে?"

"কলেজৰ প্ৰফেছৰৰ টকা-পইছা আৰু ক'ৰ পৰা হব?"—কথা শেষ কৰাৰ আশাৰেই সি কয়।

"শ্বেলী-কীট্‌ছ-বায়ৰণৰ কবিতা পঢ়ি বা পঢ়াই আজিৰ দিনত এনেয়ে সময় খৰছ কৰাটো ভাল নেদেখায়। উচ্চশিক্ষিত লোক, business কৰক। Future এটা নোহোৱাকৈ আৰু কিমান দিন থাকিব?"

পালিচ কৰা মুখ, কিন্তু কথা-বতৰাবোৰ একেবাৰে পালিচ নহয়। নমস্কাৰ জনাই সি ওলায় যায়।

"আপুনি হেনো মানুহজন বৰ prosaic"—ইংৰাজীৰ পৰীক্ষাত শতকৰা কুৰি নম্বৰ পোৱাৰ যোগ্যতা নথকা কলেজীয়া ছাত্ৰীৰ প্ৰফেছৰৰ ওপৰত দিয়া সমালোচনা। কিন্তু মিছাতো নহয়! শ্বেলী-কীট্‌ছ-বায়ৰণৰ কবিতা সি আগৰ সেই অনুপ্ৰেৰণাৰে আজিতো পঢ়িব নোৱাৰে, আবৃত্তি কৰি শুনাই শ্ৰোতাক সি আজিতো বলিয়া কৰি দিব নোৱাৰে। কাৰণ কি? সি তেন্তে এই কবি কিজনক ভালদৰে বুজি উঠিব পৰা নাই নেকি? নাই, বুজি বুজি সি নুবুজা হৈ গৈছে। সেইদিন আজি আৰু নাই, তাৰ বহুতবোৰ বস্তুৰেই এনেদৰে হেৰাই গৈছে। ভাব-ভাষা-অনুভূতি আটাইবোৰ শুকাই যাবলৈ ধৰিছে। পৃথিৱীখন ঠিক হয়তো আগৰ দৰেই আছে, ৰঙে ৰসে ভৰি আছে। কিন্তু তাৰ কাৰণে নাই। "Smiling they live and call life pleasure, To me that cup has been dealt in another measure."

'শ্বেলী-কীট্‌ছ-বায়ৰণৰ কবিতা পঢ়ি এনেয়ে সময় খৰছ···।' মিছাতো নহয়। ত্ৰিশ-বত্ৰিশ বছৰ বয়সতে এওঁলোকে কবিতা লিখি অমৰ হৈ গ'ল, সাহিত্যৰ বুৰঞ্জীত চিৰস্মৰণীয় হৈ থাকিল। আৰু সি? ত্ৰিশ বছৰ বয়সত সি কি কৰিছে? নিজে সি অতদিনে কি কৰিব পাৰিলে? দৈনন্দিন ৰুটিন মতে ক্লাছত হয়তো ভুল ব্যাখ্যাৰেই কবিতা বুজাই



বুজাই বছৰৰ পিচত বছৰ কটাই দিছে। নিজেতো অতদিনে একো স্থায়ী কিবা এটা সৃষ্টি সি কৰিব নোৱাৰিলে। অনাগত ভৱিষ্যতে তাক পাহৰি যাব। তাৰ মৃত্যুত সমাজৰ লোকচান একো নহব।

নাই, সিও কোনেও নমতাকৈয়ে এই পৃথিৱীলৈ আহিল।

আদৰ্শ! আদৰ্শৰ খাতিৰত জানো জীয়াই থাকিব পৰা হব? মানুহৰ নিষ্ঠুৰ হাতত সময়ৰ জয়ধ্বজা আজি কোনফালে উৰিছে? আদৰ্শৰ কাৰণেই প্ৰশান্তই ঘৰৰ আটাইবোৰকে ত্যাগ কৰিলে, ঘৰৰ এটা পইছাও স্পৰ্শ নকৰিলে। লাভ কি হ'ল? প্ৰশান্তই এদিন তাক কৈছিল, "মানুহৰ আটাইতকৈ ডাঙৰ লোভ জীয়াই থকাৰ লোভ। এই লোভ ত্যাগ কৰি দেশৰ পৱিত্ৰ নামত যি ফাঁচীশালত হাঁহি হাঁহি প্ৰাণ দিব পাৰে, তেৱেঁই মোৰ আদৰ্শ পুৰুষ!" জাতিৰ ভৱিষ্যতৰ কাৰণে যিসকলে তেওঁলোকৰ সোণালী বৰ্ত্তমানটো দি গ'ল, তেওঁলোকৰ আদৰ্শ ৰক্ষা কৰিবৰ চেষ্টা ভাৰতবৰ্ষৰ আজি ক'ত চলিছে?

পিয়নটোৱে পাচফালৰ পৰা আহি তাক নমস্কাৰ জনাই বেগেৰে আগবাঢ়ি যায়। গাত ফটা চোলা, ভৰিত উৰঁলি যোৱা জোতা, হাতত পাৰ্চেল আৰু চিঠিৰ বলে নোৱাৰা বেগ। ই আটাইৰে খবৰ কঢ়িয়াই আনে, কিন্তু তাৰ খবৰ লোৱা মানুহ নাই!

ডাঙৰ মটৰ এখন জোৰেৰে আহি তাৰ কাষতে ৰয়হি। মটৰৰ পৰা ধীৰভাৱে এগৰাকী বিবাহিতা তিৰোতা ওলাই আহি অৰবিন্দক নমস্কাৰ জনায়।

"উজানবজাৰলৈ নাযাব জানো? আহক, মটৰতে যাব পাৰিব।"

চিত্ৰা! গোৱালপাৰাৰ পৰা আহিছে।

"পল্টন বজাৰৰ এঠাইত মই সোমাব লাগিব। তুমি যোৱা বাৰু।"

"ভাল। কালিলৈ ৰাতিপুৱা ভাৰতীক আমাৰ ঘৰলৈ আহিবলৈ কবচোন—।" আকৌ নমস্কাৰ জনাই তাই মটৰত উঠিগৈ।

সি অন্ততঃ তাইৰ ভাল বেয়া, নতুন ঠাইত থাকি কেনেকুৱা লাগিছে, গুৱাহাটীত কিমান দিন থাকিব, ইত্যাদি সোধা উচিত আছিল। তাই চাগৈ কি ভাবিছে?

নাই, খবৰ লৈ আৰু কি হব? এদিন আছিল যিদিনা তাইৰ খবৰ তাৰ বাহিৰে বৈচিকৈ আৰু কোনেও নাজানিছিল। সৰুকালৰে পৰা

সি তাইক নতুন অনুপ্ৰেৰণাৰে নতুন ভাব-অনুভূতিৰে গঢ়ি তোলাৰ চেষ্টা কৰি আহিছিল। এদিন আছিল যিদিনা তাই ভাবিছিল তাইৰ আদৰ্শ পুৰুষ তাৰ লগতে জীৱনৰ বাকী দিনবোৰ কটাই দিব বুলি। অমায়িক আছিল তাইৰ ব্যৱহাৰ, মনোৰম আছিল তাইৰ আদৰ্শ।

আটাইবোৰ ওলট পালট হৈ গ'ল। তাইৰ লগত তাৰ যেতিয়া বিয়া হোৱাৰ প্ৰস্তাব উঠিল, সি তেতিয়া জনাই দিলে যে কলেজৰ দুখীয়া অধ্যাপক সি, তাইৰ দৰে সৰু কালৰে পৰা বিলাসিতাৰ মাজত ডাঙৰ হোৱা ছোৱালী এজনীক সি খুৱাব নোৱাৰিব। তাই গোটেই জীৱনটো প্ৰায় লঘোনে থাকিব লাগিব। সি জনাই দিলে—বিয়াৰ কিছুদিনৰ পিচত তাই দেখিবলৈ পাব যে তাৰ ঘৰত কিছুমান পুৰণি কিতাপৰ ভাল আলমাৰি এটাৰ বাহিৰে আৰু একোৱেই নাই!

চিত্ৰাৰ নাৰী-প্ৰাণ একেবাৰে ভাগি গৈছিল, কিন্তু মুখেৰে ফুটাই একো নক'লে।

কি আৱশ্যক আছিল সি তাইক তেনেদৰে কোৱাৰ? তাই জানো অকল খাই জীয়াই থাকিবৰ কাৰণেই তাৰ ঘৰলৈ আহিলেহেঁতেন? তাই জানো তাক গভীৰ ভাৱে ভালপোৱা নাছিল? তাই আজি তাৰ লগত থকাহেঁতেন সি কিমান সুখী হব পাৰিলেহেঁতেন! মৰম চেনেহ আৰু তাইৰ নিৰ্ম্মল আদৰ্শৰে তাই তাক একেবাৰে নতুন ভাবে জীয়াই ৰাখিব পাৰিলেহেঁতেন!

······নাই, এইবোৰ একেবাৰে বাজে ভাবনা। তাই বৰ্ত্তমান বেচ সুখেৰেই আছে। চৰকাৰৰ ডাঙৰ অফিছাৰ স্বামী। তাইৰ ইমান সুখ দেখি তাতকৈ আৰু বেচি সুখী কোন হব পাৰিব?

নিষ্ঠুৰ, বৰ নিষ্ঠুৰ এই পৃথিবীখন! ভবামতে একো কাম নহয় ইয়াত, একো নহয়। সময়ৰ সোঁতত কেতিয়া কি হৈ যায়, একো ঠিক নাই।

অতীতৰ কথাবোৰ ভবাচিন্তা নকৰাই ভাল। বৰ আঘাত দি যায় সেইবোৰে।

কিন্তু কথা হৈছে, এৰি অহা দিনবোৰৰ স্মৃতিবোৰ পাহৰিব পাৰি কেনেকৈ? পাহৰিব যে কোনোমতেই নোৱাৰি।

চিত্ৰাই তাৰ ওপৰত খং কৰা নাই, তাই তাক কাহানিবাই ক্ষমা



কৰিছে। বিয়া হোৱাৰ আগতে এদিন তাই তাক লগ পাই কৈছিল, "আপুনি মোক ইমান দিনে যি দিলে, তাৰেই মোৰ গোটেই জীৱনটো চলি যাব, তাতকৈ বেচি মই আৰু আপোনাৰ ওচৰত একো বিচৰা নাই।"

কি দিছিল সি? দুআষাৰ কথা—অলপ মাত্ৰ অনুপ্ৰেৰণা—জীয়াই থকাৰ অলপ আশা!

অদ্ভুত এই অসমীয়া ছোৱালীবোৰ, ইহঁতৰ অন্তৰত দয়া-ক্ষমা মৰম-চেনেহৰ শেষ নহয় কোনোদিন। ভাৰতী-দীপালী-বাসন্তী আৰু এই চিত্ৰা। অদ্ভুত ইহঁত! অসমদেশৰ ঘৰে ঘৰে ইহঁতৰ প্ৰাণৰ সীমাহীন দয়া-মমতা জুৰিৰ পানীৰ দৰে নীৰৱে সদায় বৈ থাকিব। ইহঁত অমৰ। তাৰ মাকে হয়তো এতিয়া মুখৰ আগত ভাত লৈ সি আহিব আহিব বুলি ৰৈ আছে। ভাৰতীয়ে দাদা আহিব বুলি হয়তো পদুলিমুখত আহি থিয় হৈ আছেহি।

## ছয়

ভীষণ জোৰেৰে ৰেল এখন তাৰ আগেদিয়েই পাণ্ডুৰ ফালে যায়। চাৰে বাৰ বাজিল। চিনেমাহলটো পাৰহৈয়ে এখন ৰেষ্টুৰেণ্ট। তাতে চাহ একাপ খাই লব লাগিব। প্ৰেছটোলৈ বেচি দূৰ নাই।

চাহৰ কাপ হাতলৈ তুলি লৈ তাৰ মনত পৰে মাকলৈ। মাকৰ চেনেহী মুখখন তাৰ চকুৰ আগত ভাহি উঠে। ভাৰতী আছে···। অ' সৰু মামাৰ ঘৰত ভাত খাব বুলি সিতো মাকক ৰাতিপুৱা কৈ আহিছিল। সুৰেন মামা গৈ যদি ইতিমধ্যে সেইখিনি ওলায়গৈ?

প্ৰেছটোত সোমাব লাগিব। কিতাপখন চপা হৈ শেষ হ'ল যদি কিছু টকা পোৱা যাব। প্ৰশান্তক কলিকতালৈ নিয়াৰ খৰছটো এইদৰে ওলালেই বৰ ভাল হয়।···

শশধৰ ৰাজখোৱা। ত্ৰিশ বছৰৰ অভিজ্ঞতাৰে প্ৰেছৰ মেনেজাৰ আৰু প্ৰকাশক। নাকৰ ওপৰত চচ্‌মা ৰাখি খৰ-ধৰকৈ টেবুলৰ কাগজবোৰ ইফালে-সিফালে লৰাই অৰবিন্দক আগতে দেখি কয়, "কলিকতাৰ পৰা

ব্লকটো আহি এতিয়ালৈকে নাপালেহি। ব্লকটো নহলে যে তোমাৰ কিতাপখন ওলাবই নোৱাৰে। এইমাত্ৰ এখন টেলিগ্ৰাম কৰিবলৈ পঠিয়াই দিছো এটাক।”

অৰবিন্দই অলপ সময় মনে মনে থাকি সোধে, “একোটা কপিত আঢৈ টকাকৈ দাম কৰিলে বোধকৰো বেয়া নহব?”

“আঢৈ টকাটো দূৰৰ কথা, দুটকা কৰিলেও তোমাৰ কিতাপ দহ কপিতকৈ বেচি বিক্ৰী নহয়। অসমীয়া মানুহে অসমীয়া কিতাপ কিনি কেতিয়াও নপঢ়ে। ইংৰাজী বা বঙলা কিতাপ কিনিব। ‘পকেটবুক’ পালেতো কথাই নাই। ভাল অসমীয়া কিতাপ বুলি শুনিলে লোকৰ পৰা থাপ মাৰি আনি দুটামান পাত লুটিয়াই চায়।”

“এইখন যে একেবাৰে নতুন ধৰণৰ কিতাপ”—অৰবিন্দই আগ্ৰহেৰে কয়।

“বিপদতো সেই খিনিতেই। কৃষ্টি-সংস্কৃতি আৰু সাহিত্য-কলাৰ ওপৰত লিখা কিতাপ আমাৰ মানুহে নপঢ়ে, পঢ়িবৰ দিন হোৱাই নাই। এনেবোৰ কিতাপ প্ৰকাশ কৰি শোচনীয় ভাবে লোকচান হ’ল”—বুলি ৰাজখোৱাই ওপৰত দম কৰি থোৱা কিতাপবোৰৰ ফালে অৰবিন্দৰ দৃষ্টি আকৰ্ষণ কৰিলে।

“এটা কাম কৰিব পাৰা। জটিলতাৰ ফালে নগৈ সহজ ভাৱৰ দুই-চাৰিখন উপন্যাস লিখা। আৰু এটা কাম কৰিব পাৰিলে তুমি একেবাৰে অমৰ হৈ যাব পাৰিবা। স্কুলীয়া কিতাপ কিছুমান লিখা, নহলে মেট্ৰিক বা আই-এৰ কিছুমান নোটছ লিখা। এইবোৰ লিখিব নোৱাৰিলে অসমীয়া সাহিত্যত নাম কৰিব পাৰিবা কেনেকৈ? ইজিপ্তৰ পুৰণি সভ্যতা, অসমীয়া সংস্কৃতিৰ ন-ৰূপ, আধুনিক কবিতাই কেনি গতি কৰিছে—এইবোৰ লিখি সময় খৰছ, টকা-পইছাৰ ফালেতো একেবাৰে শূন্য।”—ডাঙৰ কাম এটা কৰিব পাৰিলো বুলি ৰাজখোৱাই গভীৰ ভাবে এটা হাঁহি মাৰে।

“অ’, দুৱৰা ডাঙৰীয়া, আহক, আপোনাৰ কাৰণেই বাট চাই আছোঁ। অৰবিন্দ, কালিলৈ দুপৰীয়া এবাৰ আহিবা। এইখিনি শেষ প্ৰুফ, চাই আনিবা। ব্লকটো আহি পালেই……।”

অৰবিন্দ ওলাই যায়।



ত্ৰিশ বছৰীয়া অভিজ্ঞতাৰে ৰাজখোৱাই কি কথা কয়? কোনটো সঁচা—অসমত আজি উপযুক্ত কিতাপৰ অভাৱনে, কিতাপ পঢ়া মানুহৰ অভাৱ? পঢ়া মানুহৰ অভাৱ হোৱাহেঁতেন ইংৰাজী বা বঙলা কিতাপ কিয় কিনিব? সেইবিলাকতো পঢ়িবৰ কাৰণেই কিনা হয়।

নাই, ৰাজখোৱাই নাজানে, অসমত পঢ়া মানুহৰ অভাৱ নাই, অভাৱ ভাল কিতাপৰ। সময়ৰ সোঁত সলনি হৈছে, ত্ৰিশ বছৰ প্ৰেছৰ চকাৰ শব্দ শুনি বুঢ়া হোৱা ৰাজখোৱাই বাহিৰৰ সময়ৰ চকাৰ শব্দ শুনিবলৈ পোৱাই নাই।

সাহিত্যক ব্যৱসায়ত পৰিণত কৰিব নোৱাৰি। সাহিত্যৰ আদৰ্শক টকা-পইছাৰ বিনিময়ত বিশ্বাসঘাতকতা কৰিব নোৱাৰি।

অৰবিন্দই মনত যথেষ্ট বল পায়।

প্ৰসন্ন হাজৰিকাৰ ঘৰ। হাজৰিকা প্ৰশান্তৰ মোমায়েক। প্ৰশান্তক যাদৱপুৰলৈ নিয়াৰ খবৰটো এওঁক দি যোৱাই ভাল হব।

ইতিহাসত এম-এ পাছ কৰি বৰ্ত্তমান হাজৰিকা ঘৰতে আছে। এম-এ পাছ কৰিলেও প্ৰফেছৰ হোৱাৰ সৌভাগ্য সকলোৰে নঘটে। সাহিত্য চৰ্চাত আৰু নতুন দৃষ্টিভঙ্গীৰে ইতিহাস ব্যাখ্যা কৰাৰ চেষ্টাতেই জীৱনৰ বাকীচোৱা কটাই দিয়াৰ আশা কৰিছে। ঘৰত টকা-পইছাৰ অভাৱ নাই। পৰীক্ষাৰ মাজেৰে যে মানুহৰ যোগ্যতা জুখিব নোৱাৰি, হাজৰিকাই প্ৰমাণ কৰি দেখুৱাব, অন্ততঃ এইটো আনৰ আগত তেওঁ প্ৰকাশ কৰে।

“এই যে অৰবিন্দ, প্ৰশান্তৰ ওচৰৰ পৰা আহিলা নিশ্চয়। কলিকতালৈ কেতিয়া যোৱাটো ঠিক কৰিলা?” অৰবিন্দক বহিবলৈ কৈ হাজৰিকাই সোধে।

“অহা সপ্তাহতে তাক লৈ যোৱাৰ কথা ভাবিছো। পিচে টকাখিনিৰ যোগাৰ হোৱা নাই এতিয়ালৈকে।”

টেবুলৰ ওপৰত থিয় কৰি ৰখা বিশ্বকবিৰ ছবিখন দুয়োখন হাতেৰে ধৰি হাজৰিকাই কয়, “প্ৰশান্তই মোৰ কথা নুশুনিলে। কলিকতাৰ পৰা পঢ়া এৰি গুছি আহিবৰ পিচদিনাই মই তাক কৈছিলো যে বিপ্লৱ-আন্দোলন আদিত যোগ দিবৰ কাৰণে দেশত একশ্ৰেণীৰ বেলেগ মানুহ

আছে। সৰু কালৰে পৰা সুখৰ মাজত ডাঙৰ-দীঘল হোৱা তাৰ দৰে কিছুমান ল'ৰাৰ কাৰণে গান্ধীয়ে এই আন্দোলন চলাবলৈ ঠিক কৰা নাই। সি নুশুনিলে। দুৰ্ভাগ্য! মই তাক বুজাবলৈ চেষ্টা কৰিছিলো যে জাতিৰ কথা, দেশৰ কথা, মানবতাৰ কথা বৰ বেচিকৈ ভাবিবলৈ গ'লে এক কঠোৰ আঘাত পাবৰ কাৰণে সদায় সাজু হৈ থাকিব লাগিব; দুখৰ মাজতেই জীৱনটো কটাই দিব লাগিব। আমাৰ দেশত আজি কোনবোৰ মানুহ সুখী?"

"দেশৰ কাৰণে চূড়ান্ত ত্যাগ কৰিবৰ কাৰণে কিছুমান মানুহতো সদায় সাজু থাকিব লাগিব।"—অৰবিন্দই কয়।

"সেইটো সত্য, কিন্তু শেষ সত্য নহয়। Time spiritৰ ওপৰত যদি তোমাৰ বিশ্বাস আছে,—বিশ্বাস নাথাকিলে তুমি আজিৰ দিনৰ মানুহেই নহয়, তেন্তে ভাৰতবৰ্ষৰ স্বাধীনতা সময়ৰ সোঁতেই লৈ আহিলেহেঁতেন। তাৰ কাৰণে তোমাৰ গান্ধীৰ দৰ্কাৰ নাছিল আৰু আমাৰ হতভাগ্য প্ৰশান্তৰ ট্ৰেজিক এডভান্সাৰৰো কোনো প্ৰয়োজন নাছিল। অথচ, অক্সফোৰ্ডত পঢ়ি অহাহেঁতেন, জ্ঞানৰ দ্বাৰা ভাবৰ দ্বাৰা জাতিটোক সি বেচি চহকী কৰি তুলিব পাৰিলেহেঁতেন। তোমাৰ এই স্বাধীন দেশত কিহৰ আজি দুৰ্ভিক্ষ হৈছে জানা? ভাৱৰ দুৰ্ভিক্ষ হৈছে, নতুন চিন্তাধাৰাৰ দুৰ্ভিক্ষ হৈছে। জেললৈ যোৱা শুকান মগজুৰ কিছুমান মানুহৰ পৰা ইন্‌টেলেকশ্যুৱেল ফ'ৰ্ছ এটা আশা কৰা মানে দেশখনক অন্ধকাৰৰ শেষ পৰ্য্যায়লৈ ঠেলি দিয়া। স্বাধীন হোৱাৰ উপযোগী আমি সঁচাকৈয়ে নাছিলো বুজিছা। This was a mere accident."

লৰা এটাই দুকাপ চাহ টেবুলৰ ওপৰত থৈ যায়।

"প্ৰশান্তৰ কথা ইমানতে শেষ। সেইবোৰ কথা উলিয়াই আমাৰ আলোচনাটো ট্ৰেজিক কৰাৰ ইচ্ছা মোৰ নাই। আচল কথাটো শুনা। সুদীৰ্ঘ দিন ধৰি এটি প্ৰবন্ধ লিখি কালি মাত্ৰ শেষ কৰিলো। প্ৰগতিশীল মনোভাৱৰ মানুহ তুমি, মোৰ কথাটো ভালদৰে বুজিব পাৰিবা। প্ৰবন্ধটোৰ মূল ভাৱটো হ'ল, আমি আহোম ৰজাৰ তলত নাথাকি মোগলৰ তলত থকাই ভাল আছিল। মোগলৰ তলত থকাহেঁতেন আমি ভাৰতৰ অন্য ঠাইৰ লগতে প্ৰথমেই বৃটিছ সাম্ৰাজ্যৰ এক অংশ



হ'লোহেঁতেন আৰু ইংৰাজী ভাষাৰ লগত বঙালীৰ দৰেই আমাৰ পৰিচয় হ'লহেঁতেন আৰু তেওঁলোকৰ দৰেই আমি উন্নতি কৰিব পাৰিলোহেঁতেন। সাহিত্যত আজি আমি দুখীয়া সেই অনুপ্ৰেৰণা নাই কাৰণেই। বৃটিছৰ আগমনৰ লগে লগেই পৃথিবীৰ নতুন ভাৱধাৰা সেইবোৰ মানুহে গ্ৰহণ কৰিবলৈ বেচি সময় নালাগিল আৰু তাৰ স্বাভাৱিক পৰিণতি স্বৰূপে তুমি তাত দেখিবলৈ পালা বঙ্কিমচন্দ্ৰ, ৰবীন্দ্ৰনাথ, শৰৎচন্দ্ৰক। আৰ্টৰ ফালে চকু দিয়া। এফালে বিশ্ববিখ্যাত তাজমহল আৰু আনফালে তোমাৰ তলাতল ঘৰ।"

অৰবিন্দই সোধে, "অসমতো ইংৰাজৰ তলত বহুত দিন আছিল!"

"It was too late, মই কব খুজিছো, মোগলৰ তলত থকাহেঁতেন আমি পোনপ্ৰথমেই ইংৰাজৰ লগত পৰিচিত হব পাৰিলোহেঁতেন। ইংৰাজ যেতিয়া তোমাৰ ইয়ালৈ আহে, তেতিয়া বঙালীৰ লগত প্ৰতিযোগিতা কৰাৰ সাহস অসমীয়াৰ নাছিল। আৰু ছশ বছৰীয়া আহোমৰ তলত তোমাৰ কি এনে লাভটো হ'ল যাৰ কাৰণে তুমি আজি গৌৰৱ কৰিব পাৰা?"

অৰবিন্দই ক'লে, "আহোম ৰাজত্বৰ ইমানবোৰ গুণ আৰু অৱদানৰ কথা আপুনি হঠাতে অস্বীকাৰ কৰিব নোৱাৰে। কৰিলেও সেই ৰাজত্বৰ মহিমাৰ একো ক্ষতি নহয়। অতীতত কেনেকুৱা হোৱা উচিত আছিল, তাৰ কথা চিন্তা নকৰি নতুন কিবা এটা সৃষ্টি কৰিবলৈ চেষ্টা কৰিলে বোধকৰো—।"

"তোমালোকৰ আচল দোষটো সেইখিনিতেই। চিন্তা তোমালোকে নকৰা নহয়, কিন্তু সেই চিন্তাৰ এটা প্ৰগতিশীল ধাৰাৰ অভাৱ। আমাৰ অতীতটো কেনেকুৱা আছিল, কেনেকুৱা হোৱা উচিত আছিল, তাক ভালদৰে নজনাকৈ ভৱিষ্যতৰ কথা চিন্তা কৰাটো বৃথা। অতীতৰ লগত ভৱিষ্যতৰ পূৰাপূৰি সম্পৰ্ক, এটাৰ বিষয়ে আইডিয়া নহলে আনটোক গঢ় দিবলৈ যোৱাটো বলিয়ালি মাত্ৰ।"

"আধুনিক অসমীয়া সাহিত্যৰ বিষয়ে আপোনাৰ সমালোচনা ক'তো পঢ়িবলৈ পোৱা নাই!"—এই বিষয়ে তেওঁ কি কব অৰবিন্দই জানেই, তথাপিও আলোচনা ছুটি কৰাৰ আশাৰেই সি সোধে।

"Rubbish! অসমীয়া আধুনিক সাহিত্য বুলি কিবা এটা বস্তু আছে

নেকি ? সাহিত্যত আধুনিক-পুৰণি—এইবোৰ বিশেষণ কেনেকৈ থাকিব পাৰে ? সাহিত্য সদায়ে সাহিত্যই। আধুনিকতাৰ নামত তোমাৰ অসমীয়া সাহিত্যই যি ৰূপ লৈছে তাক আলোচনা কৰাটো দূৰৰ কথা পঢ়িবই নোৱাৰি। আলোচনা কৰিবলৈ সাহিত্য ক'ত ? কেইদিনমানৰ আগতে আধুনিক কবিতা এটা পঢ়িবলৈ লৈছিলো তোমাৰ সেই আলোচনীখনত। একাপ নহয়, দুকাপ নহয়, তিনিকাপ চাহ খাই শেষ হ'ল কিন্তু কবিতা বুজা নহ'ল। দাঁত ভঙা শব্দ কিছুমানৰ সমষ্টিয়েই যদি আধুনিক কবিতা হয়, তেন্তে কবিতাৰ মৃত্যু হৈছে কাহানিবাই। এলিয়টৰ 'ৱেষ্ট লেণ্ড' বুজাত মোৰ অকণো কষ্ট নহ'ল, মিলটনৰ 'পেৰেডাইজ লষ্ট' মই বুজো, কিন্তু এই আধুনিক অসমীয়া কবিতা মই বুজিব নোৱাৰো। আধুনিক ইংৰাজী কবিতা ইণ্টেলেকশ্যুৱেল কবিতা, মই স্বীকাৰ কৰো। অসমত কিন্তু তেনে ধৰণৰ ইণ্টেলেকশ্যুৱেল এজনো নাই, ছুড'-ইন্টেলেকশ্যুৱেল কিছুমানে সাহিত্যত নিজৰ প্ৰতিপত্তি স্থাপন কৰিবলৈ গৈ সাহিত্যৰ বিশ্বজনীন সুৰটোকেই একেবাৰে ধ্বংস কৰি পেলাইছে।"

এনেতে হাজৰিকাৰ বন্ধু প্ৰণব শইকীয়াই আলিৰ পৰা চিঞৰি মাৰে—"হেল্-ল' হাজৰিকা, আৰ ইউ গেটিং ৰেডি ?"

"আচ্ছা অৰবিন্দ, কালিলৈ আবেলি মই তোমাৰ ঘৰলৈ যাম। এই বিষয়ে ভালদৰে আলোচনা কৰিব লাগিব। মই এতিয়াই ৰূপশ্ৰীত 'চাইন অৱ দি ক্ৰচ্' চাবলৈ যাওঁ। গুড্ বাই।".

অৰবিন্দ লাহে লাহে ওলাই যায়।......

হাজৰিকাৰ চিন্তাধাৰাই কেনি গতি কৰিছে ? এইটো বাৰু সঁচাকৈয়ে কিহৰ লক্ষণ ? 'অসমত তেনে ধৰণৰ ইণ্টেলেকশ্যুৱেল এজনো নাই'—কথা কোৱাৰ গতিৰ পৰা ধৰিব পাৰি যে হাজৰিকাৰ মতে তেওঁ নিজেই মাত্ৰ এজন ইন্টেলেকশ্যুৱেল যি বৰ্ত্তমান অসমত জীয়াই আছে। এলিয়টৰ 'ৱেষ্ট লেণ্ড' তেওঁ বুজে, কিন্তু অসমীয়া আধুনিক কবিতা নুবুজে! কোনটো এনে অসমীয়া আধুনিক কবিতা বৰ্ত্তমানলৈকে প্ৰকাশ পাইছে, যিটো অলপ চেষ্টা কৰি পঢ়িলে নুবুজাকৈ থকা যায় ? বিশ্ববিশ্ৰুত ইংৰাজী সমালোচকেও এলিয়টৰ কবিতা বুজা সহজ নহয় বুলি স্বীকাৰ কৰিছে, অথচ হাজৰিকাই কৈ গ'ল যে 'ৱেষ্ট লেণ্ড' বুজাত তেওঁৰ



অকণো অসুবিধা নহয়। অসম দেশত আজি ভাৱৰ দুৰ্ভিক্ষ হোৱা নাই, ভাৱৰ দুৰ্ভিক্ষ হৈছে এওঁলোকৰ নিচিনা দুই এজনৰ। টাইম স্পিৰিটৰ ওপৰত তেওঁ বিশ্বাস কৰে, কিন্তু নতুন সাহিত্যৰ ওপৰত তেওঁৰ আস্থা নাই। মোগলৰ তলত থকাহেঁতেন আমাৰ কি হ'লহেঁতেন, জয়মতী সতী আছিলনে নাই, তাৰ ওপৰত প্ৰবন্ধ লিখিব, কিন্তু বৰ্ত্তমানত নিজৰ একো সৃষ্টি এওঁলোকৰ নাই।

হাজৰিকাৰ নিচিনা মানুহক কি বুলিব পাৰি—স্নব্ নে চিনিক ? প্ৰশান্তই কৈছিল—'প্ৰসন্ন মামাই কথা কওঁতে হয় বৰ ডাঙৰ ডাঙৰ বুজিব নোৱাৰা কিছুমান দাৰ্শনিক তথ্যৰ কথা কয় নহয় ননচেঞ্চ কিছুমান কয়।'—মিউজিয়ামৰ বস্তুৰ বিষয়ে গবেষণা চলাই এওঁ জীয়াই থাকিব, কিন্তু বৰ্ত্তমানৰ জীৱন্ত কথাৰ কথা এক মিনিটো চিন্তা নকৰে। হাজৰিকা নিজেই এটা মিউজিয়ামৰ ভিতৰৰ বস্তু!

পানবজাৰ। নিয়ন লাইটৰ পোহৰেৰে গোটেই ঠাইডোখৰ দীপালীৰ ৰাতিৰ দৰে হৈ পৰিছে। গ্ৰামোফনৰ ৰেকৰ্ডত বাজি উঠিছে, 'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম'। আজি গান্ধী জয়ন্তী। হাজাৰ হওঁক গ্ৰামোফনৰ ৰেকৰ্ডৰ মাজেৰেই বহুতে গান্ধী জয়ন্তী পালন কৰিছে। কিন্তু সি যে একোকে কৰিব নোৱাৰিলে। গোটেই দিনটোৰ ভিতৰত এক মিনিটো কৰবাত নীৰৱে বহি সি গান্ধীজীলৈ মনত পেলাব নোৱাৰিলে, অথচ গান্ধীয়েই আছিল তাৰ একমাত্ৰ আদৰ্শ পুৰুষ। কিছুমান অনিশ্চিত চিন্তা আৰু আশংকাৰ মাজত গোটেই দিনটোৱেই কাটি গ'ল কিন্তু আদৰ্শ পুৰুষক সোঁৱৰাৰ উপায় সি কি কৰিলে ?...নাই, গান্ধীৰ কল্পনাৰ ভাৰতবৰ্ষত সি বাস কৰা নাই। এনে ধৰণৰ স্বাধীনতাৰ কাৰণে গান্ধীয়ে আজীৱন সংগ্ৰাম কৰা নাছিল।

আলিৰ কাষৰ ৰেডিঅ' এটাৰ কথা তাৰ কাণত পৰেহি: 'মাৰ্কিন ৰাষ্ট্ৰদূত মিঃ...মহাত্মা গান্ধীৰ সমাধিৰ ওপৰত আজি ৰাতিপুৱা মাল্য প্ৰদান কৰে।'

আলিৰ ওপৰত পুলিচৰ খুব তৎপৰতা দেখা যায়। অ,' গান্ধী জয়ন্তীৰ সভাত সভাপতিত্ব কৰি গৱৰ্ণৰ এইমাত্ৰ ঘূৰি আহিব।

কটন কলেজৰ কাষৰ ডাঙৰ গছজোপাৰ পাতৰ মাজেৰে জোনৰ

পোহৰ অ'ত ত'ত পৰিছে। চাইনবোর্ডখনৰ ওপৰত ডাঙৰ লাইটটো নীৰৱে জ্বলি আছে।

অৰবিন্দৰ খোজৰ গতি একেবাৰে কমি আহে।

সুন্দৰ বতাহ বলিছে। সন্ধিয়াৰ নীৰৱতাত গোটেই কলেজটোৱে যেন মৌনতা অৱলম্বন কৰিছে। তাৰ মাজত যেন বহু বছৰৰ বহুতবোৰ কথাই, বহুতবোৰ ঘটনাই স্তূপীকৃত হৈ আছে। এই কটন কলেজৰ লগত তাৰ নাড়ীৰ সম্পৰ্ক ঘটি উঠিছে, ইয়াৰ প্ৰত্যেকটো অণু পৰমাণুও যেন তাৰ চিৰ-পৰিচিত। ইয়াৰ মাজতেই এদিন সি উচ্চ শিক্ষাৰ পাতনি মেলিছিল আৰু আজিও হাতত কিতাপ লৈ ইয়াৰ মাজতে সি দিন কটাই দিছে। অকল তাৰেই নহয়, গোটেই অসমৰে প্ৰাণকেন্দ্ৰ এই কটন কলেজ, যোৱা অৰ্দ্ধশতাব্দী ধৰি এই কলেজেই বুকুৰ উমনি দি অসমৰ জাতীয় আন্দোলন আৰু কৃষ্টি সাহিত্যক নতুন ৰূপ দি আহিছে। এই কলেজৰ যোৱা পঞ্চাশ বছৰৰ ইতিহাস অসমৰ এটা নতুন যুগৰ ইতিহাস। অসমত এনে এজন ৰাজনৈতিক নেতা বা সাহিত্যিক নাই যি ইয়াৰ বায়ু সেৱন কৰি ডাঙৰ হোৱা নাই।

এই কেইবছৰৰ ভিতৰতে এই কলেজৰ ছাত্ৰ-ছাত্ৰীৰ লগত তাৰ মধুৰ সম্পৰ্ক গঢ়ি উঠিছে। কলেজৰ অধ্যাপকৰ জীৱন যে ইমান মধুৰ হব পাৰে, সি আগতে ভাবিব পৰা নাছিল। টকা-পইছাৰ ইয়াত অভাৱ হব পাৰে, কিন্তু ইয়াত প্ৰাণ আছে, সহানুভূতি আছে, শ শ ল'ৰা-ছোৱালীৰ শ্ৰদ্ধা-চেনেহ ইয়াত সোমাই আছে। কলেজৰ গোটেইবোৰ ল'ৰা-ছোৱালীকে সি ভালদৰে বুজি পাইছে। তাৰ ঘৰত ঠাইৰ অভাৱ নোহোৱাহেঁতেন, আটাইবোৰ ল'ৰা-ছোৱালীকে সি তাৰ একেটা ঘৰতে থাকিবৰ কাৰণে মাতি নিলেহেঁতেন।

প্ৰশান্তৰ কথা তাৰ অকস্মাৎ মনত পৰে। এনেকুৱা এটা দিন আছিল যিদিনা প্ৰশান্তক বাদ দি এই কটন কলেজৰ কথা চিন্তা কৰিব পৰাও নহৈছিল। প্ৰশান্ত আছিল সকলোৰে আদৰ্শ ছাত্ৰ ; তৰ্ক সভাত, প্ৰতিযোগিতাত, বক্তৃতাত, পঢ়াত, সকলো ফালৰ পৰাই। অকল ইউনিয়ন চেক্ৰেটেৰি হিচাপেই নহয়, সকলো ক্ষেত্ৰতে তাৰ এষাৰ কথা কটন কলেজৰ প্ৰাণৰ কথা বুলি সকলোৱে বিশ্বাস কৰিছিল। অসমৰ বেলেগ বেলেগ ঠাইৰ পৰা অহা ছাত্ৰ-ছাত্ৰীৰ সি আছিল আদৰৰ



প্ৰশান্তদা। তাৰ অমায়িক ব্যৱহাৰ, সুন্দৰ চেহেৰা, গম্ভীৰ ব্যক্তিত্ব, অদ্ভুত বক্তৃতা দিয়াৰ ক্ষমতা, লিখনীৰ প্ৰচণ্ডতা, এই বিলাক আছিল গোটেই কলেজৰ ছাত্ৰ-ছাত্ৰীৰে অনুকৰণৰ বস্তু।

কলেজৰ পৰা বিদায় লবৰ সময়ত প্ৰিন্সিপালে প্ৰশান্তৰ মূৰত ধৰি আশীৰ্বাদ দিছিল আৰু সকলোৰে ফালে চাই কৈছিল, "ভবিষ্যৎ বাণীৰ ওপৰত মোৰ বিশ্বাস নাই আৰু কেতিয়াবা কৰাৰো অভ্যাস নাই। কিন্তু প্ৰশান্তৰ বিষয়ে এটা কথা কবলৈ পাই মই বৰ আনন্দ পাইছো। অদূৰ ভবিষ্যতত অসমৰ ৰাজনৈতিক আৰু জাতীয় জীৱনত প্ৰশান্তই অদ্বিতীয় স্থান অধিকাৰ কৰি থাকিব।"

বৃদ্ধ প্ৰিন্সিপাল ডাঙৰীয়া আজি ক'ত আছে অৰবিন্দই ক'ব নোৱাৰে। বোধকৰো কলিকতাৰ বালিগঞ্জত বেচ সুখেৰেই জীৱনৰ বাকী দিন কেইটা কটোৱাৰ চেষ্টা কৰিছে। ভাড়ালৈ লোৱা অকণমান কোঠা এটাৰ মাজত বিচনা এখনৰ ওপৰত পৰি যক্ষ্মা ৰোগত ভুগি থকা প্ৰশান্তৰ এই কেই বছৰৰ অপৰিসীম দুখ-দুৰ্দশাৰ কথা শুনাহেঁতেন তেওঁৰ হয়তো চকুৰেদি ধাৰাসাৰে চকুপানী বাগৰি আহিলেহেঁতেন। হেজাৰ ছাত্ৰ-ছাত্ৰীৰ আদৰৰ প্ৰশান্তদা আজি অশান্ত বেদনাৰ কৰুণ হেচাত বৰ অসহায়ভাৱে ভাই-বন্ধু-পৰিজনবৰ্জিত হৈ পৰি আছে। মানুহৰ মৃত্যু এটা ট্ৰেজেডি নহয়, অনাগত ভবিষ্যতৰ আশাৰ স্থল এটা এইদৰে নিঃশেষ হৈ যাবলৈ ধৰাটোহে এটা নিদাৰুণ ট্ৰেজেডি।

প্ৰশান্তক আটাইবোৰে পাহৰি গ'ল! কিন্তু পাহৰা নাই কাক? দুৰ্দান্ত পৃথিবীখনে কাক পাহৰিবলৈ বাকী আছে? এদিন আছিল যিদিনা সি ভাবিছিল যে মহাত্মা গান্ধীৰ অবিহনে ভাৰতবৰ্ষ এদিনো জীয়াই থাকিব নোৱাৰে। গান্ধীৰ মৃত্যু ঘটিল, কিন্তু কাৰ কি হ'ল? ভাৰত আজি বেচ ভালদৰেই জীয়াই আছে। ৰাজঘাটৰ সমাধিৰ ওপৰত উপচি পৰা ফুলৰ বাহিৰে গান্ধীৰ কৰুণ মৃত্যুৰ গভীৰ নিশ্বাসৰ চিনতো কতো দেখিবলৈ পোৱা নাযায়! নিষ্ঠুৰ সময়ৰ সোঁত, ইয়াৰ পৰা কোনো হাত সাৰি যাব নোৱাৰে। পৃথিবী কপাই তোলা ৰোম সাম্ৰাজ্য, গীবনৰ ইতিহাসৰ পাতত তাৰ মাথোন আজি পৰিচয়। দিগন্ত নিনাদি উঠা বৃটিছ সাম্ৰাজ্য, আকবৰৰ মহত্বৰ জীৱন্ত প্ৰতীক মোগল সাম্ৰাজ্য, ছশ বছৰীয়া আহোম ৰাজত্ব—কালৰ সোঁতত আটাইবোৰ উটি গ'ল।

বীৰ শ্ৰেষ্ঠ নেপোলিয়ন, ধূমকেতুৰ দৰে পৃথিবীৰ আকাশত দেখা দিয়া হিটলাৰ—লাইব্ৰেৰীৰ কিতাপৰ পাতত মাত্ৰ আটাইবোৰক বিচাৰি পোৱা হব। 'ময়েই বিপ্লৱ'—নেপোলিয়নে এদিন কৈছিল। তেতিয়াৰ পৰাই পৃথিবীৰ বিশাল বুকুত কেবাটাও বিপ্লৱ হৈ গ'ল। ক'তা, নেপোলিয়নৰ কথাতো কোনেও নকলে? 'আধুনিক' ৰুছিয়াক গঢ়ি তোলা 'পিটাৰ দি গ্ৰেট'ৰ কথা আধুনিক ৰুছিয়াত সুৰৰিব নোৱাৰাকৈ পাহৰি পেলোৱা হৈছে। আইছেনহাওৱাৰ হিটলাৰ নহয় বুলিয়েই তৃতীয় মহাসমৰ এখন নহব বুলি কোনোবাই জানো আজি দৃঢ়তাৰে কব পাৰে?

এই ৰণ-ৰক্ত-হাহাকাৰ-বিপ্লৱৰ হয়তো আৱশ্যকতা আছে, কিন্তু সঁচাকৈয়ে কি আৱশ্যকতা আছে? পৃথিবীৰ বুকুত দুদিন শান্তিৰে মানুহ জীয়াই থকাহেঁতেন কি লোকচান হ'লহেঁতেন? পৃথিবীৰ বুৰঞ্জীখন ৰণ-ৰক্ত করুণ-বিননীৰে ভৰা নহৈ প্ৰেম-দয়া আৰু ক্ষমাৰে ভৰি থকাহেঁতেন কাৰ কি এনে লোকচান হ'লহেঁতেন?

দীঘলীপুখুৰীৰ পাৰৰ বেঞ্চ এখনত বহি তাৰ বহুত সময় পাৰ হৈ যায়।

বেচ ঠাণ্ডা পৰিছে। গুৱাহাটীলৈ শীত এইবাৰ বৰ সোনকালেই আহিল।

পুখুৰীৰ সিপাৰত লাইটৰ পোহৰত বিশ্ববিদ্যালয়ৰ চাইনবোৰ্ডখন ভালদৰেই দেখা গৈছে। ৰেডিঅ' ষ্টেছনৰ ওপৰত ৰঙা লাইটটো আগৰ দৰেই জিলিকি আছে। কোনোবা এগৰাকীয়ে হয়তো এই সময়তে গান এটা গাই শেষ কৰিছে। কাষেদিয়েই বৰ লাহে লাহে এখন সৰু মটৰ পাৰ হৈ যায়। মটৰৰ ভিতৰতে ফিট্‌কৰা ৰেডিঅ'ৰ সুৰ এটা বতাহত ওপঙি বৈ যায়।

সুন্দৰ আকাশ, মূৰৰ ওপৰত জোনবাই।

কলেজীয়া জীৱনৰ কথা তাৰ মনত পৰে। প্ৰশান্তৰ লগত কত দিন কত সন্ধিয়া সি ইয়াতে বহি কটাই দিছিল। ঠিক এনেকুৱা এটা সন্ধিয়াতে প্ৰশান্তই তাক কীট্‌ছৰ কবিতা মাতি শুনাইছিল—

Tender is the night,
And haply the queen moon is on her throne.

কবিতা আধা মতা কৰি প্ৰশান্তই তাক কৈছিল, "হাজাৰ বিপ্লৱী হওঁক, হাজাৰ মেচিনগানৰ গুলীৰ মাজৰ পৰা ওলাই আহক, হাজাৰ প্ৰগতিশীল কবিতা লিখক, পূৰ্ণিমা জোনাক ৰাতি ঘৰৰ মাজত সোমাই থাকিব পৰা মানুহ খুব কমেই আছে। বাৰ্ণাৰ্ড শ্বয়ো কবলৈ বাধ্য হৈছিল—"I wish I could write a beautiful play like Twelfth Night."

দূৰণিৰ কাহৰ ঘন্টাত আঠোটা বজাৰ ঘণ্টা পৰে।

উজানবজাৰৰ পৰশুৰাম বৰুৱাই তাক আজি গধূলি মাতি পঠিয়াইছিল। এতিয়াই গৈ লগ পাব লাগিব—সি ভাবে।

"সময় থাকোতেই এতিয়াৰ পৰাই আপোন পৰিচয় দি যোৱাৰ চেষ্টা কৰা। নহ'লে পিচত আটাইবোৰ খণ্ড-বিখণ্ড হৈ যাব।"—বৃদ্ধ পৰশুৰাম বৰুৱাই তাক কৈছিল। তাৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস, নিজৰ সন্তানৰ দৰেই তাক মৰম কৰে। "অৰবিন্দৰ ইমাজিনেশ্যন আছে আৰু ইন্‌টেলেক্টো আছে, অসমীয়া সাহিত্যলৈ নতুন দান দিয়াৰ লক্ষণ মই তাৰ চকুৰে মুখে দেখিবলৈ পাইছো।"

সেইদিনা সন্ধিয়া ব্ৰহ্মপুত্ৰৰ পাৰত বৰুৱাই তাক লগত লৈ ফুৰিছিল। নদীৰ মাজত জাহাজৰ শব্দ, চিমনিৰ মুখেদি উদ্গীৰিত হোৱা অজস্ৰ ধোঁৱা। তাৰ ওপৰত সন্ধিয়াৰ ডুব যোৱা সূৰ্য্যৰ ৰঙা বৰণ পৰি এটা যেন ট্ৰেজেডিৰ সৃষ্টি হৈছিল, যাৰ মাজত আছিল নিয়তিৰ নিৰ্বাক পৰিহাস, মানুহৰ জীৱন-স্বপ্নৰ ওপৰত বাস্তৱৰ নিষ্ঠুৰ আঘাত! ক'ত আজি পৰশুৰাম বৰুৱাৰ পঁচিশ বছৰৰ আগৰ সেই সোণৰ পৰিকল্পনা? জীৱনৰ স্বপ্ন বাস্তৱত পৰিণত কৰিব নোৱাৰিলে কিয়? বৰুৱাৰ হৃদয়ভেদী দীৰ্ঘ নিশ্বাস পৰে।—"আপোন পৰিচয় দি যোৱাৰ চেষ্টা কৰা, এতিয়াই—সময় থাকোতেই।" ত্ৰিশ বছৰৰ আগত ইতিহাসৰ ছাত্ৰ হিচাপে তেওঁ স্বপ্ন দেখিছিল—পৰিকল্পনা কৰিছিল—কেৱল অসমৰ ইতিহাসেই নহয়—অসমীয়া জাতিৰ ইতিহাস নতুন ৰূপেৰে ৰূপায়িত কৰিব লাগিব, ভাব-ভাষা অনুপ্ৰেৰণাৰে সমগ্ৰ জাতিক নতুনৰ পৰা নতুনত্বৰ ফালে নিব লাগিব।

আকাশলঙ্ঘা তেওঁৰ সেই কল্পনা তাচৰ ঘৰৰ দৰে একেবাৰে খহি পৰিল। গৱৰ্ণমেণ্টৰ চাকৰি—বিবাহ—ল'ৰা-ছোৱালী—পৰিয়ালৰ ভৰণ-পোষণ!

"অসমীয়া সাহিত্যক বিশ্ব-সাহিত্যৰ উচ্চ শিখৰত তুলিবলৈ চেষ্টা কৰা, সাধনা কৰা, কষ্ট স্বীকাৰ কৰা, পৰিকল্পনা কৰি বহি নাথাকিবা। নহলে পিচত বৰ দুখ পাব লাগিব, অতীতৰ অলস দিনবোৰৰ কথা

ভাবি একো কৰিব নোৱাৰাৰ চিন্তাই অন্তৰ ভাঙি দিব, বৃদ্ধ বয়সত বৰ আঘাত পাব লাগিব।" মাত তেওঁৰ ক্ষীণ হৈ আহিছিল, অন্তৰ বেজাৰে খুন্দা মাৰি ধৰিছিল।

নাই, তাৰ ওপৰত তেওঁ মিছাকৈয়ে আশা কৰি আছে। চিঞৰি চিঞৰি সি তেওঁৰ আগত কৈ দিব খোজে, মই ইণ্টেলেকৃশ্যুৱেল নহওঁ, মোৰ ইমাজিনেশ্যন নাই, মোৰ একো নাই। সাধাৰণ অসমীয়া মই, মোৰ বিশেষত্ব একো নাই। মোৰ ওপৰত আশা কৰি নিজক অপমান নকৰিবা, লাজ নিদিবা।

"আপোন পৰিচয় দি যোৱাৰ চেষ্টা কৰা, সময় থাকোঁতেই, নহলে বৰ দুখ পাব লাগিব।"

মহাকালৰ যাত্ৰাপথত দিনৰ পিচত দিন আহিব, সাম্ৰাজ্যৰ পাচত সাম্ৰাজ্য ধ্বংস হব, বিপ্লৱৰ পিচত বিপ্লৱ আহিব, সমস্যাৰ পিচত সমস্যাই আন্তৰ্জাতিক আকাশ ছাটি ধৰিব, এটম বোমাৰ পিচত হাইড্ৰোজেন বোমাৰ আৱিষ্কাৰ হব, ব্ৰহ্মপুত্ৰৰ পানী বৈ গৈ থাকিব, পৃথিবী আকৌ আগৰ পৃথিবী হৈয়েই থাকিব। নদীৰ বুকুত মাৰ যোৱা ঢৌৰ দৰে সি প্ৰশান্ত আটাইবোৰ কালৰ সোঁতত বুদবুদৰ লগত চিনিব নোৱাৰাকৈ মিহলি হৈ যাব!

পৃথিবীত দুদিন জীয়াই থাকি কি এনে গভীৰতম লাভটো হ'ল?

প্ৰশান্তই কয়, "এই বোমাৰটোত পৰি থাকিব নলগাহেঁতেন কিবা এটা বোধকৰো কৰিব পাৰিলোহেঁতেন।"

"হেঁতেনৰ মাজতেই আচল গৰলটো সোমাই আছে। কথা হৈছে, তই কি কৰিব পাৰিলি? হেমলেটেও কৈছিল, "I could be bounded in a nut-shell and count myself a king of infinite space, were it not that I have bad dreams. কিন্তু কি কৰিব পাৰিলে?"

উত্তেজিত হৈ প্ৰশান্তই উত্তৰ দিছিল, "হেমলেটৰ কথা বাদ দে। হেমলেটক আমি আদৰ্শ পুৰুষ বুলি ভাবো, আলোচনাৰ মাজত হেমলেটৰ কথা কওঁ, কাৰণ হেমলেট কোনোদিন পৃথিবীত বাস কৰা নাছিল। পৃথিবীৰ মানুহৰ মাজত জন্ম হোৱা নাছিল কাৰণেই হেমলেট হ'ল শ্ৰেষ্ঠ লোক।" আৰু কিবা আদৰ্শৰ কথা কব খোজোতেই কাহে তাক খুন্দা মাৰি ধৰিছিল।



দীঘলী পুখুৰীৰ পৰা উঠি অহা ঠাণ্ডা বতাহে তাক কঁপাই দিয়ে।

গৱৰ্ণমেণ্ট এম্পৰিয়ামৰ আগতে সি অলপ সময় ৰয়। তপনৰ ওচৰত সোমাই যোৱা উচিত হব। বহুত দিন সি কিবা বেমাৰত ভুগি আছে। আৰু অলপতে কলিকতাত চিকিৎসা কৰাবৰ কাৰণে যোৱাৰ কথা আছে। প্ৰশান্তৰ লগতে যাব পাৰিলে আটাইৰে সুবিধা হয়।

আলিৰ কাষতে ৰিক্সাৱালা এটাই তাৰ একমাত্ৰ সম্বল ৰিক্সাখনতে ভাজ হৈ শুই গুণ-গুণকৈ এটা গানৰ সুৰ ধৰিছে, ভাষাৰে প্ৰকাশ কৰিলে তাৰ অৰ্থ বোধকৰো হব—"ময়ো ইয়ালৈ কোনেও নমতাকৈয়ে আহিলো!"

## আঠ

"তপন, কি কৰিছা?"

"অৰবিন্দ নেকি? আহাঁ ভাই।"

বিচনা এখনৰ ওপৰত তপন পৰি থাকে। সিফালৰ দাঁতিত চকী এখনত বহি তাৰ মাকে মন মাৰি আছে। তাৰ গোটেই গা আৰু মুখত ডাঙৰ ডাঙৰ দাগ, কপালত এডোখৰ ডাঙৰ ঘা। হাতত সৰু সৰু কিছুমান ৰঙা ফোহা।

"তেজ পৰীক্ষা কৰি ডাক্তৰে কি কলে?"—অৰবিন্দই সোধে। চাৰিওফালে এবাৰ চাই অৰবিন্দৰ কাণৰ ওচৰলৈ মুখখন নি তপনে কয়, "W. R.—ছিফিলিচ।"

অৰবিন্দই ঠিক ইয়াকে অনুমান কৰিছিল। মানুহে জনাৰ ভয়ত অতদিন চিকিৎসা নকৰোৱাৰ কাৰণে এনেকুৱা অৱস্থা হৈছে, আৰু একজিমা হৈছিল বুলি প্ৰকাশ কৰি দিছিল।

"কলিকতালৈ যোৱাটো কি কৰিলা?"

"ডাক্তৰে ইয়াতে পেনিচিলিন আদি দি ভাল কৰিব পাৰিম বুলি কৈছে।"—বৰ লাহে লাহে তপনে কয়।

সি তপনকেই অকল নহয়, সিহঁতৰ গোটেই ঘৰখনকে খুব ভালদৰেই জানে।

...তপন আছিল সৰু কালৰে পৰা পঢ়াত খুব চোকা, ক্লাছত সদায় ফাৰ্ষ্ট হৈ আহিছিল। সৰু কালতে মাকে তাক বুজাই দিছিল যে, ক্লাছৰ প্ৰায় আটাইবোৰ ল'ৰাই ভাল স্বভাৱৰ নহয়, সিহঁতৰ লগত ফুৰিলে তাৰ নিজৰ চৰিত্ৰতো বেয়া হবই, পঢ়াও লাহে লাহে নষ্ট হৈ যাব। পিতৃৰ কাষত অকণো আদৰ নাপাই একমাত্ৰ সন্তান মাতৃৰ কাষ চাপিছিল আৰু মাতৃয়ে নিজৰ আদৰ্শত সন্তানক গঢ়ি তুলিছিল। মাকৰ মিলিটেৰী হুকুম আছিল যে স্কুললৈ যোৱাৰ বাহিৰে বাকী সময়ত সি ঘৰৰ পৰা কলৈকো ওলাব নোৱাৰিব।

কলেজত পঢ়া আৰম্ভ কৰিও সি অকলে ফুৰিছিল, মুখত হাঁহি নাই, বন্ধু-বান্ধৱৰ অভাৱ, ৰুমৰ মাজত বহি সি কেৱল কিতাপ পঢ়ে। বাটত যাওঁতে কোনোবা ছোৱালী দেখিলে সি নেদেখাৰ ভাও ধৰে, হাঁহি-মাতি চঞ্চল আৱেশেৰে যোৱা আটাইবোৰ ছোৱালীয়েই তাৰ কাৰণে নষ্ট, চৰিত্ৰহীন। বাটৰ দাঁতিত বৃটিছ ফিল্মৰ বিজ্ঞাপন দেখিলে সি চকু মুদি দিয়ে আৰু মনে মনে কয়, 'কি নিৰ্লজ্জ, কি জঘন্য এইবোৰ!' বি-এ পৰীক্ষাৰ ঠিক আগতে কলেজলৈ নতুনকৈ অহা ছোৱালী এজনীয়ে পঢ়াত বৰ চোকা বুলি জানি তালৈ 'গুড্‌লাক' এখন পঠিয়াই দিছিল। সি সেইখন পাই ছোৱালীজনীক বাটত লগ ধৰি চকুমুদি বাৰুকৈয়ে গালি শুনাই দিছিল। ছোৱালীজনীয়ে সেই ডাঙৰ চকুটো বোধকৰো জীৱনৰ কোনো দিনতেই আৰু পাহৰিব নোৱাৰিব।

তপন কলিকতালৈ যাব লগা হ'ল ফাৰ্ম এখনত কাম শিকিবৰ কাৰণে। মাকক এৰি যাবলৈ ইচ্ছা তাৰ একেবাৰে নাছিল। কিন্তু দেউতাকে ৰঙা চকু দেখুৱাই এদিন কলিকতাত থৈ আহিলগৈ।

ফাৰ্মৰ পৰা আবেলি আহি সি হোটেলৰ সৰু কোঠা এটাত সোমাই থাকেহি। আনৰ লগততো দূৰৰ কথা, কোনো অসমীয়া মানুহৰ লগতো তাৰ চিনাকী নাছিল, হোৱাৰ সাৰ্থকতাও সি দেখা নাছিল। ট্ৰামে-বাছে, পাৰ্ক-লেক আটাইবোৰতে দেখে 'কুৎসিৎ' নাৰী-পুৰুষৰ অহা-যোৱা। সি ভাবে যে এই মাইকী মানুহবোৰৰ চৰিত্ৰ যদি ভালেই হয় তেন্তে



ইমান মুকলি ভাবে হাঁহি হাঁহি ফুৰিব কিয়? চকু দুটা সি মুদি দিয়ে। সিহঁতক গালি পাৰিয়েই সি হোটেললৈ ঘূৰি যায়গৈ।

কলিকতাখন একেবাৰেই নষ্ট হৈ গ'ল! ইয়াত ভাল মানুহ জীয়াই থাকিব পাৰেনেকি?

এদিন সন্ধিয়া। শান্তিপূৰ্ণ ঠাই এডোখৰ বিচাৰি সি গৈ আছিল। এটা ষ্ট্ৰীট, জনসমাবেশ বেচি নাই, লাইটৰ পোহৰ খুব কম। সি দেখে, তাৰ কাষেদি ৰিক্সাত উঠি, খোজকাঢ়ি কিছুমান দেশী-বিদেশী তিৰোতা আহিছে গৈছে। পাগল নেকি ইহঁত? সিহঁতক গালি পাৰি পাৰিয়েই সি গৈ আছিল।......

অকস্মাৎ এবাৰ ওপৰলৈ সি চাই দেখে এজনী সৰ্ব্বাঙ্গসুন্দৰী তিৰোতাই তালৈকে হাঁহি হাঁহি চাই আছে।

"Please, do come,"—নাৰীৰ মধুৰ আহ্বান।

তপনে চাৰিওফালে এবাৰ বৰ খৰকৈ চাই ললে আৰু পিচ মুহূৰ্ত্ততে ওপৰলৈ উঠি গ'ল। হয়, সি ওপৰলৈ সঁচাকৈয়ে উঠি গ'ল।

This was the beginning of his end।... সুন্দৰ এটা কোঠা। ওপৰত এটা নীলা লাইট। চাৰিওঁফালে প্ৰকাণ্ড গ্লাছ, স্প্ৰীং কৰা বহল বিচনা, পাখীৰ তুলি আৰু চাৰিওঁফালে ডাঙৰ কোমল গাৰু। ৰেডিঅ'টোৰ পৰা লাহে লাহে বিয়পি পৰা মৃদু কণ্ঠস্বৰ।......

তপনে শান্তিৰ নিশ্বাস পেলায়। বাহিৰৰ সেই নিৰ্লজ্জ চৰিত্ৰহীন মানুহবোৰৰ পৰা হাত সাৰি থাকিবৰ এয়েই উপযুক্ত ঠাই। ইয়াতকৈ শান্তিৰ ঠাই আৰু কলিকতাত ক'ত আছে? অপৰিচিত গাভৰু, বাহিৰৰ কোনেও তাৰ কথা জানিবলৈ নাপাব। নাৰীৰ মৰমৰ মাদকতা সি ইমান দিন পোৱাই নাছিল, এতিয়া আৰু দোষ কি?—সেই সময়ত সেই নাৰীয়েই তাক কৈছিল বিশ্ববিখ্যাত আমেৰিকান নৰ্ত্তকী ইছাডোৰা ডানকানৰ এষাৰ কথা—"তুমি যিমান ধাৰ্ম্মিকেই নোহোৱা লাগিলে, দেহ ধাৰণৰ খাতিৰত যেতিয়া অলপ কষ্ট তুমি সহ্য কৰিব লগা হয়, তেতিয়া সুযোগ পালে সেই দেহৰ পৰাই চৰম আনন্দ আৰু পৰিতৃপ্তি লাভৰ চেষ্টা তুমি নকৰিবা কিয়?...মোৰ বিশ্বাস, যিবিলাকক মই সেই আনন্দ দিছো, সেই কথা আজি মই যেনেকৈ সুঁৱৰিছো, তেওঁলোকেও সেই ভাবেই তেওঁলোকৰ কথা মনত ৰাখিব।"

This was the beginning of his end !

গোটেই কলিকতাখনৰ কথা অৰবিন্দৰ মনলৈ আহে। যিখন কলিকতাত সি ইমান দিন থাকি আহিছিল, সেইখনেই শেষ নহয়। তাৰ মাজত আৰু এখন সম্পূৰ্ণ বেলেগ কলিকতা আছে, যিখনৰ মাজত একেবাৰে শেষ হৈ যাবৰ কাৰণে এসপ্তাহতকৈ বেচি দিন নালাগে। নাৰী ৰমণীয়, কমনীয়, মহিমাময়ী। কিন্তু নাৰীৰ সৌন্দৰ্য্যৰ বিকৃতিৰ দৰে জঘন্য বস্তু বোধকৰো পৃথিবীত আন একো নাই।

বঙ্গদেশৰ শ্ৰেষ্ঠ আধুনিক কবিয়ে লিখিছিল, "কলকাতা একদিন কল্লোলিনী তিলোত্তমা হবে।" তিলোত্তমা হয়তো হব, কবিয়ে কৰা অৰ্থতে নিশ্চয় হব ; ভ্ৰাতৃৰ মাজত সংঘৰ্ষ ঘটাই ভয়াবহ ট্ৰেজেডি সৃষ্টি কৰাৰ অৰ্থতেই।

ইবচেন—ইবচেনৰ নাটকলৈ অৰবিন্দৰ মনত পৰে। মানৱ জীৱনৰ আৰু সমাজৰ সমস্যাৰ ওপৰত লিখা ইবচেনৰ নাটকত পুৰণি সমাজ-ব্যৱস্থাৰ অচল অৱস্থাৰ মাজত নিপীড়িত মানবাত্মাৰ যি করুণ ৰূপ ফুটি উঠিছে, তাক ভাবি সি স্তম্ভিত হৈ যায়। ভয়লগা যৌন ৰোগী পিতৃৰ সেই বেমাৰ জন্মসূত্ৰত একমাত্ৰ সন্তানে লাভ কৰাত কি এটা শোকাবহ দৃশ্যৰ সৃষ্টি হৈছিল, তাক Ghost নামৰ নাটকত পৰিস্ফুট হৈ উঠিছে। পিতৃৰ ঘৃণনীয় চৰিত্ৰৰ সংস্পৰ্শলৈ একমাত্ৰ সন্তান যাতে কোনো ৰকমে আহিব নোৱাৰে তাৰ কাৰণে মাকে সন্তানক জন্মৰ পিচত ফ্ৰান্সলৈ পঠিয়াই দিছিল। কিন্তু তাৰ হাত সি সাৰিব নোৱাৰিলে। প্ৰেতাত্মাৰ দৰে পিতৃৰ সেই বেমাৰে পুতেকক ডেকা বয়সত আক্ৰমণ কৰিলেহি। যন্ত্ৰণাত পুতেকে সন্মুখত অন্ধকাৰ দেখিলে। কিন্তু যি ৰোগত সি আক্ৰান্ত তাৰ উপশম হোৱাৰ সম্ভাৱনা আৰু নাছিল। তাৰ নিদাৰুণ যন্ত্ৰণাৰ পৰা অব্যাহতি পোৱাৰ কাৰণে মাক Mrs. Alvingক পুতেক Oswaldয়ে অনুৰোধ কৰিলে যে ৰোগৰ যন্ত্ৰণা যেতিয়া সহ্যৰ অতীত হব, সি যেতিয়া চেতনাহীন হৈ পৰিব, তেতিয়া যেন মাকে মৰ্ফিয়া খুৱাই তাক হত্যা কৰে। মাকে চক্‌খাই উঠি কলে, "মই তোৰ আই, তোক জন্ম দিছো, মই তোক মৰ্ফিয়া দিম ?" পুতেকে তেতিয়া কলে, "জন্ম দিবৰ কাৰণে মই তোমাক কোনো দিন কোৱা নাছিলো। আৰু কি ধৰণৰেই বা জীৱন এইটো তুমি মোক দিলা ? মোক এইটো



নালাগে, তুমি ইয়াক ঘূৰাই লোৱা।"—ইয়াতেই ট্ৰেজেডিৰ চূড়ান্ততা। বহুদিনৰ আগতে যাৰ মৃত্যু ঘটিছে সেই মৃত মানুহৰ প্ৰৱৰ্তিত সমাজ-ব্যৱস্থা আৰু সংস্কাৰে ভূতৰ দৰে আজিৰ মানুহক চেপি ধৰি আছে।

চাৰিওফালে কেৱল ভাঙন, শেষ হোৱাৰ শব্দ! গঠনৰ লক্ষণ-চিনতো ক'তো দেখিবলৈ নাই। উপায় কি ?......

কব নোৱাৰাকৈয়ে সি পৰশুৰাম বৰুৱাৰ ঘৰত সোমাই পৰে।

"অৰবিন্দ, আহাঁ। তোমাক মাতি পঠালো যদিও কামটো আজি নহ'ল।"

অৰবিন্দই নমস্কাৰ জনায়। উকীল গোবিন্দ হাজৰিকা আৰু পেন্সন পোৱা চিভিল চাৰ্জন ডাঃ অম্লান বৰকটকীয়ে বৰুৱাৰ লগত কথা পাতি আছিল।

"কথাটো তোমাক এতিয়াই কোৱা ভাল, আটাইকেউজন ঘৰৰে মানুহ। ডিব্ৰুগড়ৰ প্ৰহ্লাদ বৰুৱা আজি আবেলি অহাৰ কথা আছিল তেওঁৰ ডাঙৰ ছোৱালীজনীৰ লগত তোমাৰ বিয়াৰ এটা বন্দোবস্ত কৰিব বুলি। এই বিষয়ে মই তোমাৰ মাৰাৰ লগত সেইদিনা আলোচনা কৰিছিলো, তুমি নাছিলা। বিয়াখন সোনকালে কৰি লোৱা। তাৰ পিচত শিক্ষিতা নাৰীৰ সঙ্গত তুমি নিজৰ উদ্দেশ্যত ভালদৰে আগুৱাই যাব পাৰিবা।"

উকীল হাজৰিকাই কয়, "এই বিষয়ে আলোচনা কৰিবলৈ আৰু কি আছে ? বিয়াতো এটা আলোচনা কৰা বস্তু নহয়, এইটো কৰি পেলোৱা বস্তু।"

ঘুৰঘুৰীটোৰ নলিচাডাল আঁতৰাই থৈ বৰুৱাই কয়, "প্ৰহ্লাদ বৰুৱাৰ ডাঙৰজনী ছোৱালী সন্ধ্যাই যোৱা বছৰতে এলাহাবাদৰ পৰা বি-এ পাচ কৰিছে। ৰূপ-গুণ আৰু অমায়িক ব্যৱহাৰৰ ফালৰ পৰা অৰবিন্দৰ লগত তাই বৰ ভালদৰেই মিলিব বুলি মই ভাবো।"

"কলেজৰ প্ৰফেছাৰৰ যি কিটাহে টকা ধনী মানুহৰ ঘৰৰ ছোৱালীক বিয়া কৰোৱাই টান,"—বৰকটকীয়ে কয়।

"শিক্ষিতা ছোৱালী, নিজেই উপাৰ্জন কৰি চলিব পাৰিব। নহলে চোকা ছোৱালী, প্ৰাইভেটকৈ এম-এ-টোকে পাচ কৰি লব পাৰিব, অৰবিন্দ মাষ্টৰতো ঘৰতেই থাকিব।"—বুলি বৰুৱাই অৰবিন্দৰ ফালে চালে।

বৰকটকীয়ে কয়, "কলেজৰ প্ৰফেছাৰবোৰৰ কথা ভাবি দুখ লাগে। সেই তোমাৰ হেমন্ত প্ৰফেছাৰ—বিয়া কৰালে, ল'ৰা-ছোৱালী হ'ল, এতিয়া কোনোমতে চলিব নোৱাৰা যেন দেখি চৰকাৰী চাকৰিৰ কাৰণে হাহাকাৰ কৰি ফুৰিছে।"

অৰবিন্দ সচেতন হৈ উঠে আৰু কয়, "টকা-পইছাৰ মমতা যি এৰিব নোৱাৰে, অধ্যয়নক যি নিচা হিচাপে লব নোৱাৰে, তেনেকুৱা লোক প্ৰফেছাৰ হবলৈ নহাই ভাল। তেওঁলোকৰ পৰা শিক্ষাৰ জগতত অপকাৰ নহলেও উপকাৰ একো নহয়।"

"বিয়া-বাৰু কৰাৰ পিচত তোমাৰ এই আদৰ্শ অটুট থাকিলেই আমি ভাল পাম।"—বৰকটকীয়ে কয়।

আৰামী চকীখনত ভালদৰে বহি লৈ বৰুৱাই কয়, "অৰবিন্দই আচল কথাটোকে কৈছে। টকা-পইছাৰ লোভ সামৰিব নোৱাৰিলে কলেজৰ প্ৰফেছাৰ হবলৈ আহিব নালাগে। কিন্তু তোমাৰ দেশত শিক্ষাৰ আচল ৰূপটো কি? পশ্চিমৰ দেশবোৰত শিক্ষাৰ স্থান একেবাৰে আগত, তাত শিক্ষকৰ সন্মান আটাইতকৈ বেচি। বৃটিছ চৰকাৰে হাজাৰ হাজাৰ পাউণ্ড দি কিছুমান পণ্ডিতক পুৰণি সাহিত্যৰ ওপৰত গবেষণা চলাবৰ কাৰণে, নতুন সাহিত্যৰ সমালোচনাৰ কাৰণে বহুৱাই ৰাখিছে। তোমাৰ দেশত? তোমাৰ দেশত কোনবোৰ মানুহৰ সন্মান বেচি? কলেজৰ প্ৰফেছাৰ হৈ ল'ৰা-ছোৱালী আৰু তিৰোতাৰে সৈতে দুবেলা দুসাজ ভালদৰে খাই জীয়াই থাকিব নোৱাৰিলে, নতুনকৈ ওলোৱা কিতাপ এখন কিনি আনিবলৈ সমৰ্থ নহলে, কিহৰ আশাত তুমি তাত সোমাই থাকিবা? আদৰ্শ? ভাৰতবৰ্ষৰ এমূৰৰ পৰা সিমূৰলৈ ক'ত আদৰ্শ দেখিছা? তোমাৰ আগতে সৰ্বসাধাৰণ কিছুমান মানুহে ফাকি দি এনেয়ে হাজাৰ হাজাৰ টকা ঘটিব আৰু তুমি আদৰ্শৰ খাটিৰত শুকাই মৰিবা। তোমাৰ আদৰ্শ কোনে মানি লব? মোৰ কথা হ'ল এই শিক্ষা-পদ্ধতিৰ যেতিয়ালৈকে আমূল পৰিবৰ্ত্তন নহয়, তেতিয়ালৈকে কোনো উপযুক্ত ডেকাই তাত সোমাৱা উচিৎ নহয়।"

অৰবিন্দই বৰুৱাৰ মুখলৈ তন্ময় হৈ চাই থাকে।

"এই বৃদ্ধ বয়সত মোৰ আটাইতকৈ ডাঙৰ দুখ কি জানা? শিক্ষাৰ ক্ষেত্ৰতেই হওক বা অন্য ক্ষেত্ৰতেই হওক, কিছুমান বৰ ঠেক মনৰ মানুহৰ



তলত আজি থাকিব লগা হৈছে। এই অৱস্থা আগতে নাছিল। প্ৰকৃত মানুহৰ অভাৱ যে দেশত ইমান সোনকালে ঘটিব তাক মই একেবাৰে কল্পনাই কৰিব পৰা নাছিলো। আকাশ-লজ্বা পকাদালান মই হয়তো জীয়াই থাকোতেই দেখিবলৈ পাম, ব্ৰহ্মপুত্ৰৰ ওপৰত হয়তো তিনি-চাৰিখন দলং হব; আকাশী জাহাজ নহলে হয়তো মানুহ বাহিৰলৈ নোলাৱা হব, কিন্তু মানুহ, মানুহ আৰু নহব। ৰাজনীতি ক্ষেত্ৰত, অৰ্থনীতি ক্ষেত্ৰত, সকলোতে সেই একেটা অভাৱেই। তোমাৰ সাহিত্য ক্ষেত্ৰত মন কৰা, আজিৰ সাহিত্যত বিশ্বজনীন সুৰৰ অভাৱ, কবিতাত মানবীয় অনুভূতি নাই। এই সমাজ ব্যৱস্থাৰ অন্ত পৰিলেই তোমাৰ আজিৰ সাহিত্য লাইব্ৰেৰীৰ চুকলৈ ঠেলি দিব লাগিব!"

অৰবিন্দই কয়, "সাহিত্যত টাইম স্পিৰিট বুলি এটা কথা আছে, তাক অস্বীকাৰ কৰিব নোৱাৰি।"

"টাইম স্পিৰিটৰ কথাটো মই কোনো দিন অস্বীকাৰ কৰা নাই। তুমি কি কব খুজিছা যে মিলটনৰ কবিতাৰ ওপৰত সময়ৰ চাপ পৰা নাছিল? পাহৰি নাযাবা যে মিলটন সেই সময়ত আছিল সৰ্ববশ্ৰেষ্ঠ ৰিপাব্লিকান। ৰাজদ্ৰোহ কামত তেওঁ ফাঁচীৰ পৰা ভাগ্যৰ বলত সাৰি আহিছিল। লা মিজাৰেবলৰ নিচিনা কিতাপ আজিৰ সাহিত্যিকে লিখিব পাৰিব? অথচ ভিক্তৰ হিউগো আছিল ফ্ৰান্সৰ নতুন ভাৱধাৰাৰ পথ-প্ৰদৰ্শক। জাঁ ক্ৰিচ্‌তফৰ দৰে কিতাপ আজিৰ দিনত তুমি কল্পনা কৰিব পাৰা? ৰোমা ৰঁলা এই যুগৰ কি আছিল, তাক বোধকৰো তোমাক আৰু কব নালাগিব। তোমাৰ শ্বেলীৰ কথাকে ধৰা। প্ৰমিথিয়াছ আনবাউণ্ডৰ দৰে কবিতা আজিৰ কবিয়ে লিখিব পাৰিব? অথচ, তুমি সেইদিনা কৈছিলা যে শ্বেলীয়েই হ'ল প্ৰথম কমিউনিষ্ট। তোমাৰ ভাৰতীয় সাহিত্যলৈ মন কৰা। একেবাৰে বুঢ়া বয়সত ৰবীন্দ্ৰনাথে শেষেৰ কবিতাৰ নিচিনা প্ৰেমৰ উপন্যাস লিখি থৈ গ'ল। আজিৰ ৰোমাণ্টিক লিখকে তেনেকুৱা উপন্যাস লিখিব পাৰিব? অসমীয়া কাব্য জগতত চৌধাৰী আৰু দুৱৰাৰ মৃত্যু হলে একেবাৰে শেষবাৰৰ কাৰণেই হব।"

অৰবিন্দই অবাক হৈ বৰুৱাৰ ফালে চায়েই থাকে।

"অৰবিন্দ, এইবোৰ কথা কৈ তোমাক হতাশ কৰাৰ উদ্দেশ্য মোৰ

একেবাৰে নাই। মোৰ এই দীঘলীয়া জীৱনটোত কি দেখিলো, তাকে মাত্ৰ কৈছো। মনৰ কথাবোৰ আনৰ আগত কৈ ভাল লাগে। বুঢ়া হৈছো, কথা কোৱাৰ ইচ্ছাটো লাহে লাহে বেচি হৈ গৈছে যেন পাইছো। নতুন যুগৰ মানুহ তুমি, তোমাৰ ওপৰত বৰ আশা আছে মোৰ। সাহিত্যৰ মাজেদি অসমৰ আচল প্ৰাণটো ফুটাই তোলাৰ চেষ্টা কৰা। সাহিত্য সৃষ্টিৰ সমল বিচাৰি কলৈকো যাব নালাগে। অসম দেশৰ নগৰে-চহৰে, গাঁৱে-পথাৰে বহুত সমল পৰি আছে। ধনশিৰী নৈৰ বালিত সোণৰ কণা আছেনে নাই, তাক গবেষণা কৰিবৰ কাৰণে অক্স-ফোৰ্ডলৈ যাবলৈ দৰকাৰ নাই। সাহিত্য সৃষ্টিৰ কাৰণে মনৰ বিকাশ লাগে, ভাবৰ গৰিমা লাগে, এই আটাইবোৰ তোমাৰ আছে।"

নাই। নাই। সি একো কৰিব নোৱাৰে! তাৰ ওপৰত তেওঁ মিছাকৈয়ে আশা কৰি আছে। সাধাৰণ অসমীয়া ডেকা সি—।

"অৰবিন্দ, চাহখিনি গৰমে গৰমে খাই লোৱা।"

সি চকৃখাই উঠে। আগত একাপ চাহ আৰু প্লেট এখনত কেইটামান গৰম পিঠা লৈ বৰুৱাৰ জীয়েক লাৱণ্য থিয় হৈ আছে।

"কেতিয়া আহিলা?"—টোপনিৰ পৰা সাৰ পোৱা মানুহে সোধাৰ দৰে সি সোধে।

"চাৰিদিন মান হ'ল।"—লাৱণ্যই কয়।

বৰুৱাক মনে মনে থকা দেখি উকীল হাজৰিকাই আৰম্ভ কৰে, "আজিৰ ডেকাৰ মনৰ দৃঢ়তা নাই আৰু চৰিত্ৰৰ······।"

পিঠা এটা মুখত ভৰাই অৰবিন্দই দেখে লাৱণ্যই পৰ্দাখনৰ কাষতে বেৰত আউজি থিয় হৈ তাৰ ফাললৈকে চাই আছে। দিনটো পানীৰ মুখ নেদেখা তাৰ চেহেৰাটো দেখি তাই বাৰু কি ভাবিছে?

লাৱণ্যৰ এই আচৰিত পৰিৱৰ্ত্তন কেতিয়াৰ পৰা হ'ল? সেই আগৰ কলেজীয়া ছোৱালী লাৱণ্য, চঞ্চলা, অতি চঞ্চলা, বনৰীয়া হৰিণাৰ দৰে যাৰ আছিল গতি, খোজ কাঢ়োতে যি নাচি নাচি ফুৰিছিল—সেই লাৱণ্যৰ এই পৰিবৰ্ত্তন কেতিয়াৰ পৰা হ'ল? অবৰ্ণনীয় এটা তৃপ্তিৰ চিন চকুৱে মুখে ফুটি উঠিছে, জীৱনৰ সাধনা যেন তাইৰ পূৰণ হৈ গৈছে।

অ', তাই যে বিবাহিতা! বিয়াৰ পিচত তাইৰ এই পৰিবৰ্ত্তন।



নাৰীৰ জীৱনৰ পৰম সাৰ্থকতা আনি দিয়াৰ কাৰণেইতো বিয়াৰ অত মূল্য। বিয়াৰ জয়-গৌৰৱে নাৰীৰ জীৱন মহিমামণ্ডিত কৰি তোলে।

প্ৰশান্তই বাসন্তীক ভুল বুজিলে। স্বামীৰ সেৱা কৰা মানে গোলামী বা দাসত্ব কৰা নুবুজায়। নাৰীৰ জীৱনৰ সাৰ্থকতা স্নেহৰ মাজেদি, দয়াৰ মাজেদি, সেৱাৰ মাজেদি। Infinite love means infinite sufferings, মহাত্মা গান্ধীৰ কথা। সেৱাৰ মাজেদি, অক্লান্ত কষ্ট স্বীকাৰৰ মাজেদি নাৰীয়ে পৃথিৱীখন উদ্ভাসিত কৰি ৰাখিছে যুগে যুগে।

মাতৃৰ অপৰিসীম কষ্ট স্বীকাৰৰ মাজেদি আমাৰ জন্ম, আকৌ হয়তো যক্ষা বা ছিফলিচ বা ৰেল-দুৰ্ঘটনাৰ সীমাহীন বেদনাৰ মাজেদি আমাৰ মৃত্যু। নাই, এই জীৱনত সুখৰ আশা কৰাই ভুল, কষ্ট স্বীকাৰেই ভাল, বৰ আমোদ আছে এনেকুৱা জীৱনত। "প্ৰফেছাৰ হব খুজিছা, বৰ কষ্ট পাব লাগিব কিন্তু"—তাক বহুতে কৈছিল। কষ্ট স্বীকাৰেই ভাল।

আই, ভাৰতী, দীপালী, ইহঁতে জানো কম কষ্ট স্বীকাৰ কৰিছে! আই, আই, এওঁলোকৰ কথাই বেলেগ, পৃথিৱীত এওঁলোক বেলেগ মানুহ। তাৰ মাকে চাগৈ এতিয়া আগত ভাত লৈ তাৰ কাৰণে বাট চাই আছে। তপনৰ মাকে কুৎসিৎ বেমাৰত ভুগি থকা পুতেকৰ কাষত মন মাৰি বহি আছে। আই, আই, ত্যাগৰ প্ৰতিমূৰ্ত্তি, কষ্ট স্বীকাৰৰ জ্বলন্ত উদাহৰণ!

এই লাৱণ্য, প্ৰেমৰ অঞ্জলিৰে জীৱন ওপচাই দি প্ৰাণ তাইৰ আজি অপৰিসীম আনন্দেৰে ভৰি পৰিছে। চিত্ৰা—চিত্ৰা, খুৱাব নোৱাৰাৰ কথা শুনাই এদিন সি তাইক বিদায় দিছিল, বেজাৰ দিছিল। নাৰীৰ মৰ্য্যাদা সি নুবুজে। বুজিব বাৰু সি নোৱাৰে কেলেই? ছোৱালীয়ে যে নতুন ঘৰলৈ অকল খাবৰ কাৰণেই নাহে, তাক বাৰু সি বুজিব নোৱাৰিলে কেলেই? "যি ছোৱালীয়ে চহকী স্বামী বিচাৰি ফুৰে, তাইক টকা দিব লাগে—মৰম নহয়"—টলষ্টয়ৰ আনা কেৰেনিনাই কোৱা কথাষাৰলৈ তাৰ মনত পৰে।

"Marriage is the most licentious of human institutions"—বাৰ্ণাৰ্ড শ্বৰ তেন্তে কি দৰকাৰ আছিল বিয়াৰ বিষয়ে এইদৰে কবৰ? বিয়া যদি এনেকুৱাই হয় তেন্তে তাৰ স্বাভাৱিক পৰিণতি স্বৰূপে

ছেক্সপীয়েৰৰ জন্ম কেনেকৈ হব পাৰে? গান্ধীৰ? বাৰ্ণাৰ্ড শ্বৰ নিজৰে? নাই, শ্বইতো এইদৰে কোৱা নাই, তেওঁৰ নাটকৰ চৰিত্ৰ এটাই নৰকৰ মাজত অৱস্থাৰ তাড়নাত পৰি কৈছিল এইদৰে। শ্বই এইদৰে নকয়, কেলেই কব?

"আৰু কিমান দিন থাকিবা?"—মুখখন তুলি সি সোধে।

"এসপ্তাহ মাত্ৰ।"—নমস্কাৰ জনাই লাৱণ্যই কয়।

তাই যেন আজি তাৰ পৰা বহুত দূৰৈত, যুগ-যুগান্তৰৰ আগৰ কোনোবা দিনতে অলপ সময়ৰ কাৰণে যেন তাইৰ লগত তাৰ পৰিচয় হৈছিল। আজি যেন দূৰৈৰ পৰাই নমস্কাৰ এটা জনাই তাই আঁতৰি যাব। অথচ এদিন আছিল যিদিনা কলেজৰ পৰা পিকনিক্ পাৰ্টিৰ লগত গৈ এই লাৱণ্যই তাৰ লগে লগে হাঁহি হাঁহি পাহাৰ বগাই বগাই বনৰীয়া ফুল চিঙি চিঙি জুৰিৰ পানীত উটি বুৰি বনৰীয়া হৈ ফুৰিছিল। কিন্তু আজি?—তাইৰ যে বিয়া হৈ গৈছে!

কিন্তু যদি এনেকুৱাই হয়, তেন্তে তাৰ ডাঙৰ ভনীয়েক আৰতিৰ বিয়াৰ পিচত কি অৱস্থা হৈছে? তাৰ মোমায়েকৰ জীয়েক উষাৰ কি হ'ল?......উষাইতো বিয়াৰ চাৰিমাহৰ পিচতে স্বামীক এৰি মাকৰ ঘৰ পালেহি আৰু চিঞৰি চিঞৰি মাক-দেউতাকক শুনাই দিলে, "যিখন ঘৰত বিবাহিতা নাৰীৰ নিজস্ব কোনো অধিকাৰ নাই, পুৰুষৰ হাতৰ পুতলা হিচাপে এটা জীৱন কটাব লাগিব, তাত মই থাকিব নোৱাৰো। থাকিবই যদি লাগে তেন্তে সৰুকালৰে পৰা আন ধৰণৰ শিক্ষাৰে মোক গঢ়ি তুলিছিলা কিয়?"

আৰু আৰতি? আই-দেউতাৰ অত্যন্ত বাধা সত্বেও সি তাইক বিকাশৰ লগত বিয়া দিছিল। তাৰ ধ্বংসাত্মক ৰাজনৈতিক কামত তাৰ সম্পূৰ্ণ মতৰ অমিল আছিল যদিও তাৰ আকাশলঙ্ঘা উদাৰতা আৰু জ্ঞানৰ প্ৰতি একান্ত ধাউতি দেখি সি মুগ্ধ হৈছিল। কিন্তু কি হৈ গ'ল?

উষা আৰু আৰতিয়ে হয়তো ভুল কৰিছে, হয়তো কৰা নাই। লাৱণ্যই যদি বিয়াৰ মাজেদি জীৱনৰ সাৰ্থকতা বিচাৰি পাব পাৰে, ইহঁতে নোৱাৰে কিয়?.....

"অৰবিন্দ, তুমি কিবা কিতাপ এখন প্ৰকাশ কৰাৰ কথা কৈছিলা সিদিনা।"



সি চক্‌খাই উঠে। ইমান সময় তেওঁলোকে কি কথা কলে, সি একো শুনাই নাছিল।

"অ', সেইখন দুই-এদিনতে প্ৰকাশ পাব।"

"কি নাম?"—বৰকটকীয়ে সোধে।

"নামটো দিছো 'আজিৰ সাহিত্য'। প্ৰথমতে পৃথিবীৰ বৰ্ত্তমান সাহিত্যৰ আচল ৰূপটো কি, সময়ৰ চাব তাৰ ওপৰত কিদৰে পৰিছে সেইটো আলোচনা কৰি পিচত আমাৰ বৰ্ত্তমানৰ অসমীয়া সাহিত্যই কি ৰূপ লৈছে আৰু কেনে হোৱা উচিত আদি আলোচনা কৰাৰ এটা সামান্য চেষ্টা কৰা হৈছে।"

বৰকটকীয়ে কয়, "বৰ ডাঙৰ ভুল কৰিলা। পইছাখিনি তোমাৰ এনেয়ে গ'ল। এটা কাম নকৰা কেলেই? সহজ চাই দুখন মান ইংৰাজী কিতাপ অসমীয়ালৈ অনুবাদ কৰা। তেনে ধৰণৰ বঙলা কিতাপ আছেই, একো কষ্ট নহব।"

শশধৰ ৰাজখোৱাৰ কথা তাৰ মনত পৰিল—"নোটছ লিখা, টে'ক্স বুক লিখা, নহলে সহজ ধৰণৰ দুখনমান উপন্যাস লিখা, অমৰ হৈ থাকিব পাৰিবা।"......

......এওঁলোকৰ এজনেও বাহিৰৰ সময়ৰ চকাৰ শব্দ শুনিবলৈ পোৱা নাই। মানুহৰ শৰীৰ পৰীক্ষা কৰি কৰি বৰকটকী বুঢ়া হ'ল, মন পৰীক্ষা কৰিবলৈ এওঁ অকণো সময়কে নাপালে।

অনুপ্ৰেৰণাৰ আশাত সি বৰুৱাৰ মুখলৈ চায়।

"বৰকটকী ডাঙৰীয়াৰ লোকক নিৰাশ কৰাৰ মনোভাৱটো সৰুকালৰে পৰাই। আপোনাৰ পিচৰ ডেকাসকলৰ পৰা কিবা এটা নতুন বস্তু চাই যাবলৈ নাপালে মৰিবৰ সময়ত জানো শান্তি পাব? আমিতো একোৱেই কৰিব নোৱাৰিলো, ডেকা বয়সৰ সেই স্বপ্ন, স্বপ্ন হৈয়েই থাকিল। অৰবিন্দ, নতুন জেনেৰেশ্যনৰ মানুহ তোমালোক, অকল অসমীয়া সাহিত্যই নহয়, ভাৰতীয় সাহিত্য অধ্যয়ন কৰা, নতুন কিবা এটা সৃষ্টি কৰা। পুৰণি জেনেৰেশ্যনৰ প্ৰতিনিধি হিচাপে মই তোমাক আশীৰ্বাদ দিছো, শুভইচ্ছা জনাইছো।"

প্ৰাণত উপচি পৰা ভাৱত বৃদ্ধৰ কথা বন্ধ হৈ গৈছিল।

"অৰবিন্দ, তুমি তেনেহলে যোৱা। মাৰাই চিন্তা কৰি থাকিব,

সিদিনা তেওঁ কৈছিল যে ল'ৰাটো আজিকালি ঘৰত নথকাই হ'ল।" ...

নমস্কাৰ জনাই সি ওলাই যায়।

পিচলৈ সি ঘূৰি নাচালে। চোৱাহেঁতেন সি দেখিলেহেঁতেন লাৱণ্যৰ এযোৰা সৰল চকু। তাৰ যোৱা ফাললৈ চাই তাই যেন মনে মনে কৈছিল, "দেউতাৰ লগতে ময়ো তোমালৈ শুভইচ্ছা জনাইছো। তোমাৰ নাই কি? আলোচনীৰ পাতত, খবৰ কাগজৰ পৃষ্ঠাত সদায় চকু দিওঁ তোমাৰ কিবা এটা পঢ়িবলৈ পাওঁ বুলি। নিলিখা কিয়? ইচ্ছা কৰিলে তুমি কি কৰিব নোৱাৰা? তোমাৰ নিচিনা প্ৰাণবন্ত মানুহ অসমত আৰু কিমান আছে? তোমাৰ লিখা কিতাপ পঢ়িবলৈ ভাগ্য আমাৰ নহব নেকি? যতেই নাথাকো লাগে, তোমাৰ পৰা অকণমান অনুপ্ৰেৰণা পাবৰ কাৰণে জীৱনৰ শেষ দিনলৈকে বাট চাম।"

"নিজৰ পৰিচয় দি যাবৰ কাৰণে এতিয়াৰ পৰাই চেষ্টা কৰা, নহলে পিচত দুখ পাব লাগিব।"

কিহৰ অনুপ্ৰেৰণাত সি কাম কৰিব? কিহৰ আশাত?

ভাৰতীৰ কথা এটালৈ তাৰ মনত পৰিল। এম-এ পাচ কৰাৰ পিচত প্ৰফেছাৰ হোৱাৰ পৰিণামটো ভালদৰে তাৰ চকুৰ আগত দাঙি ধৰি বহুতে তাক ই-এ-ছি হবৰ কাৰণে ধৰিছিল। এইবোৰ কথা শুনি প্ৰশান্তই তালৈ লিখিছিল, "বি-এ পাচ কৰা যি কোনো এজন মানুহেই ই-এ-ছি হব পাৰে, কিন্তু এটা নতুন জেনেৰেশ্যনক পঢ়ুৱাৰ দায়িত্ব লব নোৱাৰে। আত্মহত্যা কৰাৰ উপায় যদি আন একো দেখা নাই, মোলৈ লিখিবি, উপায় দিম।" ভাৰতীয়ে সেই সময়ত কৈছিল, "তুমি কিয় চাকৰি নকৰা মই কওঁ শুনা। সাহিত্য চৰ্চা কৰি, কিতাপ লিখি সমাজত নাম কৰিবৰ কাৰণে, খবৰ কাগজত নাম প্ৰকাশ পাবৰ কাৰণে তোমাৰ এটা ইচ্ছা আছে। ই-এ-ছি হলে সেই আশা তোমাৰ একেবাৰে লোপ পাব।"

মিছা নেকি? ফ্ৰয়ডৰ কথা সঁচা নেকি? বাজে, একেবাৰে বাজে কথা! কোনোদিন সি ডাঙৰ হবলৈ ইচ্ছা কৰা নাই। এই সৰু ছোৱালীজনীয়ে এইবোৰ কথা ক'ত শিকিলে? তাই তাক আজিলৈকে বুজিবই পৰা নাই নেকি! অথচ তায়েই তাক কৈছিল, "দাদা, প্ৰফেছাৰ হৈ যদি



খাবলৈ নোপোৱা, তেন্তে ময়েই মাষ্টৰণীৰ কাম কৰি তোমাক খুৱাই থাকিম। হাকিম হৈ চাহাব চাজি মানুহক ভয় খুৱাবলৈ যাব নালাগে।"

তাক যদি তাই নুবুজে, আৰু কোনে বুজিব? .....

ভাস্কৰ নাট্য মন্দিৰত কিহৰ ৰিহাৰ্ছেল চলিছে? অ,' দুদিনমানৰ পিচতে 'পিয়লি ফুকন' হোৱাৰ কথা আছে। ইয়াতে এদিন 'পিয়লি ফুকন' চাই আহি সি ভাবিছিল, জীৱনত এখন ভাল অসমীয়া থিয়েটাৰ দেখিলো। "বগা বঙালে মোক এবাৰ মাৰিব, মই দুবাৰ আহিম, সিহঁতে মোক দুবাৰ মাৰিব মই দহবাৰ আহিম—।" সি যেন গাত বৰ বল পায়।

## ন

বংশীধৰহঁতৰ ঘৰত লাইট জ্বলিয়ে আছে। প্ৰশান্তৰ কাৰণে সংগ্ৰহ কৰা টকাখিনি বেঙ্কৰ পৰা উলিয়াই আনি থবলৈ তাক এতিয়াই কৈ যোৱা ভাল হব, নহলে সময়ত বৰ অসুবিধাত পৰিব লাগিব।

জাহাজৰ দীঘলীয়া উকি এটা শুনা যায়।......

"বংশী, শুলানেকি?"—

খৰধৰকৈ বংশীৰ ভনীয়েক মণি ওলাই আহে।

"চাৰ নে-কি? ইমান ৰাতি ক'ৰ পৰা আহিলে? দাদা নাই, কালিয়েই দদাইদেউৰ পৰা টেলিগ্ৰাম এখন পাই নগাঁৱলৈ গ'ল।"

"তুমি শোৱা নাই?"

"পৰীক্ষাৰ কাৰণে অলপ পঢ়িছিলো। লজিকখন ভালদৰে বুজিবই পৰা নাই। চাৰ, ইমান ঠাণ্ডাত গৰম কাপোৰ এখনো নাই। গৰম চাদৰ এখন আনিম নেকি? অসুখ কৰিবলৈ......।"

"নালাগে, এই ঘৰ পামগৈয়ে। বংশী আহিলে মোৰ ওচৰলৈ এবাৰ যাবলৈ কৰা।"

"ভাল বাৰু।"—তাই নমস্কাৰ জনায়।

—অসম দেশৰ ঘৰে ঘৰে মৰম চেনেহ সোমাই আছে। ব্ৰহ্মপুত্ৰৰ

পানী হয়তো এদিন শুকাই শেষ হৈ যাব, কিন্তু অসম দেশৰ মৰম চেনেহৰ শেষ নহব!

নদীৰ মাজত ৰঙা-নীলা লাইটৰ জাহাজ এখন ভটিয়াই আহে।

গোটেই নগৰখনৰ প্ৰাণ এই ব্ৰহ্মপুত্ৰ। গুৱাহাটীৰে নহয়, গোটেই অসম দেশৰে। কথা কোৱাৰ কিবা এটা শক্তি থকাহেঁতেন এই নৈখনে অসমৰ উঠন-পতনৰ কাহিনী এফালৰ পৰা কৈ যাব পাৰিলেহেঁতেন— ৰাজ্যৰ পিচত ৰাজ্য, ৰজাৰ পিচত ৰজা, যুদ্ধৰ পিচত যুদ্ধ, কত কাহিনী! এই নৈৰে পানী কঁপাই এদিন লাচিত বৰফুকনে প্ৰবল মোগলক অসমৰ বীৰত্বৰ কথা ভালদৰে বুজাই দিছিল; এই নৈৰে পানী খাই শঙ্কৰদেৱ-মাধৱদেৱে এদিন অমৰ সাহিত্য সৃষ্টি কৰি গৈছিল; এই নৈৰ বুকুতে জন্ম লৈ বেজবৰুৱাই অসমীয়া সাহিত্য দুগুণ শক্তিৰে জীয়াই ৰাখিছিল; আকৌ এই নৈৰ পানীতেই পালতৰা নাৱঁত সোণ-ৰূপ লগত লৈ বদন বৰফুকনৰ জীয়েকে ছশবছৰীয়া আহোম ৰাজত্বৰ অবসানৰ বীজ সিঁচি দিছিল; এই নৈৰ পানী কঁপাই কঁপায়েই এদিন সকৰুণ সুৰৰ মাজেৰে স্বাধীন অসমৰ ছশ বছৰীয়া বেলি মাৰ গৈছিল। ···ইয়াৰ পানী আকৌ আগৰ দৰে বৈয়েই থাকিব, জেনেৰেশ্যনৰ পিচত জেনেৰেশ্যনে ইয়াৰ পানী খাই খাই গৈ থাকিব, লাচিত বৰফুকনে নতুনকৈ জন্ম লৈ ইয়াৰ পানী আকৌ কঁপাই দিব, শঙ্কৰ-মাধৱ-বেজবৰুৱাৰ জন্ম ইয়াৰ পাৰতে আকৌ হব, পিজৌ গাভৰুৱে নতুন ভাবেৰে আকৌ জন্ম লৈ পালতৰা নাৱত এইবাৰ অসমীয়া নাৰীৰ প্ৰগতিৰ সোণ-ৰূপ লৈ উজাই যাব, যি পানীত স্বাধীনতাৰ বেলি মাৰ গৈছিল, ইয়াৰ সেই একে পানীতেই আকৌ নতুন অসমৰ উজ্জ্বল বেলি দিগন্ত পোহৰাই উদয় হব।······

শেষ একোৰে নাই, মৃত্যু কাৰো নহয়। যীশু খ্ৰীষ্ট মৰিল, মৰাৰ পিচত তেওঁ আকৌ ভালদৰেই জীয়াই থাকিল। 'পেৰেডাইজ লষ্ট'ৰ পিচতে মিলটনে সৃষ্টি কৰিলে 'পেৰেডাইজ ৰিগেইন্দ'। হেমলেটে মৃত্যুৰ সময়ত নকলে this is the end বুলি, ক'লে the rest is silence! এছকাইলাছৰ Prometheus Boundক 'unbound' কৰিলে এই যুগৰ শ্যেলীয়ে। যি অক্সফোৰ্ডৰ পৰা শ্যেলীক বাহিৰ কৰি দিয়া হৈছিল, সেই অক্সফোৰ্ডৰ প্ৰথম গেটত সেই শ্যেলীৰে বিৰাট প্ৰতিমূৰ্তিৰ আজি প্ৰকাশ। সাধাৰণ সমালোচকে কীটছক 'হত্যা' কৰিলে, Mathew Arnoldয়ে



আহি কলেহি, 'You are with Shakespeare. হিন্দু সাম্ৰাজ্যৰ পিচত মোগল সাম্ৰাজ্য, মোগল সাম্ৰাজ্যৰ পিচত ইংৰাজ সাম্ৰাজ্য, ইংৰাজৰ পিচত ভাৰতবৰ্ষ আজি এজন সভাপতিৰ তলত ৰিপাব্লিক।······

মৃত্যু নাই, কাৰো মৃত্যু নাই। দুগুণ অনুপ্ৰেৰণাৰে প্ৰশান্ত আকৌ ইয়ালৈ আহিব; 'আদৰৰ প্ৰশান্তদা' বুলি অসমদেশৰ ল'ৰা-ছোৱালীয়ে আকৌ তাকে সাৱটি লব; দেশক সম্পূৰ্ণ স্বাধীন কৰিবৰ কাৰণে সি আকৌ নতুন আন্দোলনৰ সৃষ্টি কৰিব; এইবাৰ প্ৰদীপ বা বাসন্তীৰ টকাৰে নহয়—সমগ্ৰ অসমত গঢ়ি উঠা নতুন ভাবৰ সৈতে। দীপালী, ভাৰতী, চিত্ৰা, লাৱণ্য, ৰুবী, মণি—ইহঁত আকৌ আহিব, অসমৰ ঘৰে-ঘৰে ইহঁতে আকৌ মৰম-চেনেহৰ জুৰি বোৱাই দিব, ইহঁতৰ বিশ্বজনীন লখিমী হাতৰ পবিত্ৰ পৰশত হাজাৰ হাজাৰ দেশপ্ৰেমিকে আকৌ প্ৰাণ পাব।

অক্টোবৰ মাহৰ দুপৰ ৰাতিৰ ঠাণ্ডাতো অৰবিন্দই গাত ভীষণ গৰম অনুভৱ কৰে।

···'নিজৰ পৰিচয় দি যাবলৈ চেষ্টা কৰা; সময় থাকোতেই, নহলে পিচত বৰ দুখ পাব লাগিব—।'

সি চিঞৰি দিব খোজে: 'পাৰিম, নিজৰ পৰিচয়, জাতিৰ পৰিচয় দি যাব পাৰিম—মোৰ অনুপ্ৰেৰণা আছে, বল আছে, চাৰিওফালৰ শুভইচ্ছা আছে। পাৰিম, খুব পাৰিম।'

তৎক্ষণাৎ সি সচেতন হৈ যায়। লাইটৰ পোহৰত ঘড়ীটোলৈ চাই দেখে, বাৰ বাজি চল্লিশ মিনিট গ'ল। বৰ বেগাবেগিকৈ সি ঘৰলৈ আগবাঢ়ে।

···'পুৰণি জেনেৰেশ্যনৰ প্ৰতিনিধি হিচাপে তোমাক আশীৰ্বাদ দিছো, শুভইচ্ছা জনাইছো, অকল অসমীয়া সাহিত্যই নহয়, ভাৰতীয় সাহিত্য অধ্যয়ন কৰা, নতুন কিবা এটা সৃষ্টি কৰা।—সময় থাকোঁতেই কৰা। নহলে পিচত অনুতাপত দগ্ধ হ'ব লাগিব। ৰাৱণৰ স্বৰ্গ লৈ জখলা বন্ধাৰ অসমাপ্তিৰ কথা পাহৰি নাযাবা।'···

পাৰিব সি, নতুন জেনেৰেশ্যনৰ সন্মান সি ৰক্ষা কৰিব পাৰিব নতুন জেনেৰেশ্যনৰ প্ৰতিনিধি হিচাপে সি পৰশুৰাম বৰুৱাক দেখুৱাই দিব—জীৱন্ত জাগ্ৰত বৰ্ত্তমান সময়ত কাম কৰি দেখুৱাই দিব—যে আশা

আছে, নিৰাশ নহবা, দীঘলীয়া ৰাতিৰ অৱসান ঘটিব, সৌভাগ্যৰ সূৰুযে আহি আকৌ দেখা দিবহি।

পুৰণি জেনেৰেশ্যনৰ পিচত আকৌ নতুন জেনেৰেশ্যন আহিব, মহাকালৰ যাত্ৰাপথত দিনৰ পিচত দিন আহিব, ঘণ্টাৰ পাচত ঘণ্টা পাৰ হৈ যাব।

কব নোৱাৰাকৈয়ে সি ঘৰৰ দুৱাৰমুখত থিয় হ'লহি। দুৱাৰত টোকৰ এটা মৰা মাত্ৰকে ভাৰতীয়ে আহি দুৱাৰখন খুলি দিয়েহি।

"ইমান ৰাতিলৈকে তই শোৱা নাই ?"

বহল চকু দুটাৰে বৰ শান্ত ভাৱে তাই তালৈ এবাৰ চালে। মুখত কথা নাই। অৰবিন্দই বুজে তাইৰ কথা, 'এক বজা ৰাতিলৈকে তোমাক বাহিৰত থৈ মই শুই থাকিব পাৰোনেকি ?'—সাধাৰণ আধুনিক ছোৱালীৰ দৰে তাই কথা কব নোৱাৰে, অথচ তাই সম্পূৰ্ণ আধুনিক।

"মা চাগৈ কেতিয়াবাই শুলে। মোৰ কথা কিবা কৈছিল নেকি ?"

পিচ মুহূৰ্ত্ততে সি পকাৰ ওপৰত চেণ্ডেলৰ ক্ষীণ শব্দ শুনিবলৈ পায়। ঘূৰি চাই দেখে মাক থিয় হৈ আছে।

"ৰাতি এক বাজিল।"—মাকে কয়।

"এক বাজিল ? মাৰ যে আৰু কথাবোৰ ! অলপ আগতে মাত্ৰ চাৰে বাৰ বাজি গৈছে।"—

"ভাতকিটা সোনকালে খাই ল। ভাৰতী, ডাইল আৰু তৰকাৰি-খিনি জুইৰ ওপৰৰ পৰা নমাই আন।"

টেবুলৰ কাষত বহি অৰবিন্দই কয়, "সুৰেন মামাৰ যিবোৰ হে কথা ! ভাত খাবলৈ ক'লে, মই ঘৰত মাই দুপৰীয়া বাট চাই থাকিব বুলি ক'লো, শুনিলেহে ? মামীয়ে যে কি সুন্দৰ মাংস ৰান্ধে ! ভাৰতীক নিবৰ কাৰণে তেওঁ ৰাতিপুৱাই ওলাবহি। তাৰ পিচত প্ৰসন্ন হাজৰিকাই পালে, ৰূপশ্ৰীত 'চাইন অব দি ক্ৰচ' চাবলৈ গ'লো। ৰোম সাম্ৰাজ্যত খ্ৰীষ্টানবোৰৰ ওপৰত কৰা অত্যাচাৰ দেখিলে চকুপানী ওলাই আহে…।"

মাকে তাৰ মুখলৈ চাই থাকে অবাক হৈ। ভাৰতীয়ে টেবুলখনৰ সিফালে থিয় হৈ অৰবিন্দৰ ভাত খোৱা ফালে চাই আছে।



মাকে কয়, "কথা কালিলৈও কব পাৰিবি। এতিয়া শুই থাক, যিহে ঠাণ্ডা পৰিছে।"—মাকে নিজৰ কোঠালৈ বুলি ওলাই যায়।

"কোনোবা আহিছিল নেকি ?"—অৰবিন্দই ভাৰতীক সোধে।

"কেবাজনো আহিছিল। তাৰোপৰি সুৰেন মামা আহিছিল, দুপৰীয়া ইয়াতে ভাত খাই তোমাক লগ পাবৰ কাৰণে সন্ধিয়ালৈকে বহি আছিল।"

মূৰে-কপালে হাত দি সি বিচনাত বহি পৰে। মাকে বাৰু তাক কি বুলি ভাবিছে ? মাকৰ আগত মিছা কথা কৈয়েই সি দিনটো আৰম্ভ আৰু শেষ কৰিলে। কোনোবা এজনৰ আগত মাকে এদিন কৈছিল, 'আমাৰ অৰবিন্দই সৰুকালৰে পৰা কাৰো আগত এবাৰ মিছা কথা কোৱা মনত নপৰে।'

…মা, মা—তোমাৰ আগত মিছা কথা নকৈ কাৰ আগত কম ? তুমি যে মোৰ মা ! মিছা কথা কলেও, অন্যায় কৰিলেও তুমি যে মোক সদায় ক্ষমা কৰিবা, তুমি যে মোৰ চিৰজীৱনৰ মা !

ভাৰতীয়ে চকীখনত বহি তাৰ ফালে চাই থাকে।

…ইহঁতে কথা নকয় কিয় ? একবজা ৰাতিলৈকে আগত ভাত লৈ ইহঁত বহি থাকিব, অথচ মুখত এষাৰ কথা নাই, অকণো খং নাই। কষ্ট সহ্য কৰি কৰি, অসীম ত্যাগ কৰি কৰি শেষ হৈ যাব, তথাপিও মুখত আপত্তিৰ চিন নাই, অসন্তোষৰ ভাব নাই, মুখ খুলি এষাৰ কথা নকয়।

দীপালীৰ কথা তাৰ মনত পৰিল। প্ৰশান্তৰ টোপনি নহা দেখি তাই চাগৈ এতিয়া তাক ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি' পঢ়ি শুনাইছে। বাসন্তী-চিত্ৰা-লাৱণ্য-ৰুবী-মণি আটাইবোৰলৈ তাৰ মনত পৰিল। মৰম চেনেহৰ ফালৰ পৰা, ত্যাগৰ ফালৰ পৰা কোনজনীয়েই বা কম ?…

লেপখন গালৈ টানি বিচনাত পৰোতেই ভাৰতীয়ে কয়, "দাদা, এইয়া আজিৰ ডাক।"

বিচনাৰ পৰা উঠাৰ কোনো চেষ্টা নকৰি সি কয়, "কি কি আহিছে ?"

"তিনিখন মেগাজিন। চাৰিখন চিঠি—এইখন নিশ্চয় আৰতি বাইদেউৰ।"

"আৰতিৰ চিঠিখন মোৰ হাতলৈ দে। তই এতিয়া শোগৈ যা।"—ভাৰতী বহিয়েই থাকে।

চিঠিখন খুলি সি ভাবে, কিমান দিন তাইক দেখা নাই, কিমান দিন

যাম যাম বুলি তাইৰ ওচৰলৈ যাব পৰা নাই। তাইৰ গোটেই চেহেৰাটো তাৰ মনৰ চকুৰ আগত সজীৱ হৈ উঠে।...তই মোক ভুল নুবুজিবি, তোক জানো কোনোবা দিনা মই পাহৰিছো? বহুতবোৰ কাম কৰিব লগা হৈছে। চিঠিপত্ৰ নিলিখাৰ কাৰণে তই বেয়া নাপাৱ বুলি মই জানো...।

আৰতিয়ে লিখিছে, "তুমি আহিবা বুলি আৰু কিমান দিন বাট চাম? দীঘলীয়া চিঠি নিদিলেও কাৰ্ড এটাকে দিয়াৰ সাৰ্থকতা তুমি দেখিব লাগিছিল। তুমি মোক এইদৰে পাহৰি যোৱাৰ কথা ভাবিলে অন্তৰখন একেবাৰে ভাগি যাব খোজে। চিঠিখন পঢ়ি মোক চাগৈ তুমি বলিয়া বুলি ভাবিবা। কিন্তু উপায় নাই! ধৈৰ্য্যৰ বান্ধ লাহে লাহে শিথিল হৈ আহিছে। এইদৰে আৰু কিমান দিন তুমি মোক থাকিবলৈ উপদেশ দিব খুজিছা? তুমিয়ো যদি মোৰ কথা নুবুজা, তেন্তে মৰিবৰ কাৰণে এটা উপায় দি পঠাবা।...স্বামী ঘৰত নাই, পাৰ্টিৰ কামত দহদিনমানৰ আগতে ওলাই গ'ল। ক'লৈ গ'ল জনাৰ অধিকাৰ মোৰ নাই। তুমি জানাই যে, টকা-পইচাৰ লুভীয়া মই কোনোদিন নহয়, ভুখ কৰি খোৱা বা পিন্ধাৰ অভ্যাস মোৰ কোনো দিন নাছিল। মই বিচাৰিছিলো শান্তিপূৰ্ণ ভাবে ইয়াত...।"

এইখন পঢ়ি শেষ কৰাৰ পিচত টোপনি অহাৰ আশা নাই। কালিলৈ ৰাতিপুৱাই পঢ়িব লাগিব। আৰতি, তোৰ কথা মই সকলো জানো। মই যাম—মই সকলো ঠিক কৰি থৈ আহিম—বেয়া নাপাবি। সমস্যা—চাৰিওফালে বহুতবোৰ সমস্যাৰ মাজত মই সোমাব লগা হৈছে। তোৰ কথা মই নুবুজিলে আৰু কোনে......।

লেপখন ডিঙিলৈকে টানি সি চকু দুটা মুদি দিয়ে।

"দাদা, লাইটটো নুমুৱাই দিম নেকি?"—কোনো উত্তৰ নাই।

"পানী এগিলাছ খাবা নেকি?"—কোনো উত্তৰ নাই।

ঘৰৰ আগৰ আলিৰ ওপৰেদি মটৰ এখন বৰ জোৰেৰে পানীকলৰ ফালে যায়। মটৰৰ শব্দ শেষ নৌ হওঁতেই ওচৰৰ কোনোবা এটা কাঁহৰ ঘণ্টাত বজা দুটা শব্দ ভাৰতীৰ কাণত পৰেহি।

লাইটৰ চুইচ্‌টোত আঙুলি এটাৰে ধৰি তাই অৰবিন্দৰ ফালে চাই অলপ সময় থিয় হৈ থাকে।

# সূৰ্য্যস্নান

দুমাহ জোৰা চিন্তা, তৰ্ক-প্ৰতিবাদৰ অন্তত আৰতিয়ে ককায়েক দিবাকৰৰ কথা মানি ল'লে। ঘৰখনক শেষবাৰৰ বাবে বচাবৰ বাবেই মানি লব লগা হ'ল।

সেইদিনা আৰতি ৰাতি নৌ পুৱাওঁতেই শোৱাৰ পৰা উঠিছিল। পূবৰ পৰা পশ্চিমলৈ মৃদু বতাহ বলিছিল। পশ্চিম আকাশৰ তলত এটা তৰা বিশাল হৈ জ্বলি আছিল। প্ৰাণভৰি মুক্ত বায়ু সেৱন কৰি থাকোঁতেই ধীৰে ধীৰে পোহৰ হৈ আহিছিল আৰু সেই পোহৰত তাই দেখিবলৈ পালে ৰাতিৰ আন্ধাৰত লুপ্ত হৈ থকা ঘৰখনৰ চাৰিওফালৰ এক করুণ দৃশ্য। ঘৰখনৰ ভাঙন প্ৰকট হৈ উঠিছে, গোটেই পাৰিপাৰ্শ্বিকতাত দাৰিদ্ৰ্যৰ ছবি স্পষ্ট। ক'তো কেনিও আশাৰ, উজ্জ্বল ভৱিষ্যতৰ সামান্য প্ৰতিশ্ৰুতিও নাই।

অথচ আৰতিয়ে জানে, তেনে এখন ঘৰৰ ভিতৰতে এতিয়াও নিদ্ৰিত হৈ আছে উচ্চাকাঙ্খাকে জীৱনৰ পৰম ব্ৰত হিচাপে লোৱা তাইৰ একমাত্ৰ ককায়েক দিবাকৰ। তাইৰ কোঠাতে আৰু শুই আছে তাইৰ ভনীয়েক মিনতি।

দিবাকৰক কোনোবাই প্ৰথমবাৰৰ বাবে দেখিলে বিশ্বাস নহব যে তেওঁ সেই ভাঙনমুখী ঘৰখনৰ গৰাকী, মিনতিক দেখিলে বিশ্বাস নহব যে তায়ো সেইখন ঘৰৰে জীয়ৰী। আৰু আৰতিয়ে দুমাহৰ আগলৈকে ভাবিব পৰা নাছিল যে এই ঘৰখনক বচাবৰ বাবেই, নিজৰ ককায়েক থকা সত্ত্বেও, তাই এক অসম্ভৱ-প্ৰায় প্ৰস্তাৱো অৱশেষত গ্ৰহণ কৰিব লগা হ'ল।

ধ্বংসৰ মুখৰ পৰা নিজৰ ঘৰখনক বচাবৰ বাবে অন্য কোনো

ছোৱালীয়ে নিজৰ অনিচ্ছা সত্বেও বিয়া কৰিবলৈ কেতিয়াবা সাজু হৈছে নে নাই, আৰতিয়ে নাজানে। অন্য কোনোবাই তেনে কৰা-হেঁতেন, তায়েই প্ৰথমতে অবিশ্বাস কৰিলেহেঁতেন, তায়েই তেনে ছোৱালীক প্ৰথমতে দোষাৰোপ কৰিলেহেঁতেন। কাৰণ ভাল পোৱাৰ অবিহনত, শ্ৰদ্ধাৰ অবিহনত, কেৱল নিজৰ ঘৰক দাৰিদ্ৰ্যৰ কৰালৰ পৰা ৰক্ষাৰ বাবে কোনো ছোৱালীয়ে কোনো পুৰুষক বিয়া কৰোৱাটো অন্যায় বুলি, অবিবেচনাৰ কাম বুলি, তায়েই প্ৰথমতে কৈ দিলেহেঁতেন।

কিন্তু সম্পূৰ্ণ দুটা মাহৰ অশান্তি আৰু চিন্তাই তাইক সেই সিদ্ধান্তত উপনীত কৰালে—তাৰ পৰা উভতি অহাৰ ক্ষমতা আৰু সাহস তাইৰ এতিয়া নাই। তাইৰ বিয়াৰ দ্বাৰা যদি নিজৰ ঘৰখন আগৰ স্বচ্ছল অৱস্থালৈ আহিব পাৰে, তেন্তে তাক কৰাটো তাইৰ হব এক পৱিত্ৰ কৰ্ত্তব্য আৰু দায়িত্ব।

মোমায়েকৰ ঘৰত থাকিয়েই তাই বি-এ পাছ কৰিছিল। পৰীক্ষাৰ পিচত ককায়েকে ঘৰলৈ মাতি আনিলে আৰু তাই ওচৰৰ ছোৱালী হাইস্কুলত শিক্ষয়িত্ৰী নিযুক্ত হ'ল। এদিন স্কুলৰ পৰা উভতি আহি তাই দেখিলে ঘৰৰ আগত এখন মটৰ। মটৰেৰে কোনোবা সিহঁতৰ ঘৰলৈ অহাটো আশা নকৰাৰ বাবেই তাই অলপ বিস্মিত হ'ল আৰু ঘৰ সোমায়েই দেখিলে এজন লোকে ককায়েক দিবাকৰৰ লগত কথা পাতি আছে।

ককায়েকৰ নিৰ্দেশ মতেই তাই চাহ আনি তেওঁলোকক দিছিল আৰু ককায়েকেই ৰমেশ কাকতি বুলি মানুহজনৰ লগত পৰিচয় কৰি দিছিল। প্ৰথম পৰিচয়তে মানুহজনে আৰতিলৈ অতি আগ্ৰহেৰে চোৱা দেখি তাই অস্বস্তিবোধ কৰিছিল যদিও তাই ভাবিলে যে প্ৰত্যেকজন পুৰুষেই প্ৰত্যেকজনী ছোৱালীলৈ একে দৰেই চাব লাগিব বুলি কিবা কথা আছেনেকি!

ৰমেশ কাকতিৰ আৰতিহঁতৰ ঘৰলৈ অহা সেয়ে হ'ল আৰম্ভণি। সপ্তাহত এবাৰ, কেতিয়াবা দুবাৰ অহা দেখিও আৰতি স্তম্ভিত হোৱা নাছিল। তাই ভাবিছিল, দিবাকৰৰ লগত কিবা বিশেষ কথাত, হয়তো কিবা ব্যৱসায়-সংক্ৰান্তত, তেওঁৰ তালৈ অহাৰ প্ৰয়োজন আছে আৰু সেই প্ৰয়োজনৰ লগত তাইৰ সম্পৰ্ক থকাৰ কথা নুঠেই।



দিবাকৰে ভাবিছিল, আৰতি শিক্ষিতা ছোৱালী, মুকলি মনে তাই ৰমেশ কাকতিৰ লগত কথা পাতিব, কথা পাতি আনন্দ পাব আৰু আনন্দ লাভৰ শেষত সিহঁতৰ মাজত আত্মীয়তা গঢ়ি উঠিব। আত্মীয়তা গঢ়ি উঠিলেই তাৰ পৰিকল্পনা মতে সকলো কাম আগবাঢ়ি যাব।

কাৰণ, ৰমেশ কাকতিয়ে আৰতিক দেখাৰ কেইদিনমানৰ ভিতৰতে দিবাকৰক বিয়াৰ প্ৰস্তাৱ দিছিল। ৰমেশে জনাইছিল, আৰতিক বিয়া কৰাই তেওঁ অতি সুখী হব পাৰিব। জনাইছিল, তাইৰ আচৰণ-ব্যৱহাৰে তাক মুগ্ধ কৰিছে।

দিবাকৰে আশা কৰিছিল, ৰমেশে নিজেই আৰতিক সেই বিষয়ে কব পাৰিব। সি মাত্ৰ অপেক্ষা কৰিছিল, আৰতিয়ে ৰমেশৰ কাষত সহজভাৱে কথা-বতৰা হব আৰু কথা-বতৰা হ'লেই সিহঁতৰ মাজত আত্মীয়তা গঢ়ি উঠিব। কাৰণ, সি ভাবিছিল, আৰতিৰ হৃদয়-মন আকৰ্ষণ কৰিব পৰা গুণ আৰু ৰূপ দুয়োটা ৰমেশৰ আছে।

কিন্তু আৰতি সহজ ভাৱে ৰমেশৰ ওচৰলৈ নগ'ল। অদূৰ ভৱিষ্যতত যোৱাৰ কোনো লক্ষণ বা প্ৰতিশ্ৰুতি ৰমেশ আৰু দিবাকৰ কোনেও দেখা নাপালে। ৰমেশ অধৈৰ্য্য হ'ল আৰু দুগুণ উদ্দীপনাৰে বিয়াৰ প্ৰস্তাৱ পুনৰ উত্থাপন কৰিলে।

পিচদিনা ৰাতিপুৱা চাহ খাওঁতে দিবাকৰেই সেই কথা আৰতিৰ আগত উত্থাপন কৰিলে। মিনতিক আঁতৰি যাবলৈ কৈ দিবাকৰে আৰতিক ক'লে, "ৰমেশ কাকতিয়ে তোৰ লগত তেওঁৰ বিয়াৰ কথা মোক কেবাবাৰো কৈছে।"

পৰম বিস্ময়েৰে তুলি অনা চাহৰ কাপ নমাই থৈ আৰতিয়ে সুধিলে, "তুমি তেওঁক কি ক'লা?"

"বিয়াখন হব পাৰে বুলি ক'লো।"

"মোক নোসোধাকৈ তুমি তেনেকৈ কব পাৰিলানে?"

"মই তোৰ অভিভাৱক। তোক সোনকালে বিয়া দিয়াটো কি মোৰ ডাঙৰ দায়িত্ব নহয়!"

আৰতিয়ে দৃঢ়ভাৱে দিবাকৰৰ ফালে চাই ক'লে, "শুনা ককাইদেউ, মোৰ বিয়াৰ কথা ভবাটো তোমাৰ ডাঙৰ দায়িত্ব নহয় বুলি মই কোৱা

নাই। কিন্তু মোৰ নিজস্ব এটা মত আছে। মোৰ নিজৰ প্ৰতিও মোৰ এক দায়িত্ব আছে।”

“তাৰ মানে এই বিয়াত তোৰ মত নাই?”

“মত নথকাৰ আচল কাৰণটো হ'ল, তেওঁৰ অৱস্থাৰ লগত আমাৰ অৱস্থাৰ মিল নাই। মোৰ মনৰ লগতো তেওঁৰ মনৰ মিল নাই বুলি মোৰ ধাৰণা। সেই কাৰণে এনে প্ৰস্তাৱত তুমি মত নিদিবা।”

“কিন্তু এই বিয়াৰ বাবে তেওঁৰ ইচ্ছা প্ৰৱল।”

“তাৰ কাৰণ?”

হঠাতে আৰতিৰ মুখৰ পৰা এই প্ৰশ্ন প্ৰকাশ পাইছিল। প্ৰকাশ পোৱাৰ পিচতহে তাইৰ ধাৰণা হ'ল এই সময়ত ককায়েকক সুধিব পৰা ইয়াতকৈ বেচি ভাল আৰু উপযুক্ত প্ৰশ্ন নাছিল।

তাৰ কাৰণ? আৰতিৰ পৰা অকস্মাতে এনে এক প্ৰশ্ন আশা কৰা নাছিল বাবেই দিবাকৰ আচৰিত হ'ল। চকু দুটা তাৰ ডাঙৰ হ'ল, কপালৰ এডাল নে দুডাল ৰেখা প্ৰকট হ'ল। কিন্তু আৰতিৰ সেই প্ৰশ্নৰ উত্তৰ সি তেতিয়া বিচাৰি নাপালে। এই বিয়াৰ বাবে ৰমেশ কাকতিৰ প্ৰৱল ইচ্ছা কিয়? সন্মুখত বহি থকা নিজৰ ভনীয়েকক তাৰ উত্তৰ কেনেকৈ দিব সি?

ককায়েকৰ মুখলৈ দৃঢ় ভাৱে চাই থাকি, তাৰ পৰা কোনো উত্তৰ পোৱাৰ আশা পৰিত্যাগ কৰি তাই ভাতৰ ব্যৱস্থা কৰিবলৈ উঠি গ'ল। খৰধৰকৈ ভাত ৰান্ধি তাই স্কুললৈ যাব লাগিব।

ৰান্ধনি ঘৰত সোমাই আৰতিয়ে তাইৰ প্ৰতি অকস্মাৎ উত্তৰ হোৱা ককায়েকৰ দায়িত্বৰ কথাকে ভাবি আছিল। জীৱনত যিজন মানুহে কোনো দিন কাৰো প্ৰতি দায়িত্ব গ্ৰহণ কৰা নাছিল, দায়িত্বৰ অভাৱত এখন সুন্দৰ ঘৰ যাৰ চকুৰ আগত তাচৰ পাতৰ ঘৰৰ দৰে খহি গ'ল, সেইজন মানুহে এনেদৰে দায়িত্ব-সজাগ হ'ল কিয়? হ'ল কেতিয়াৰ পৰা?

দেউতাকে চৰকাৰী চাকৰি কৰিছিল। ককাকৰ দিনতে সজা হ'লেও দেউতাকে ঘৰটোক সুন্দৰকৈ ৰাখিছিল। বছৰে বছৰে মেৰামতি কৰিছিল। দূৰৰ পৰা ঘৰখন দেখিলে সকলোৰে ভাল লাগিছিল, ঘৰখনৰ লগত এক প্ৰতিশ্ৰুতিপূৰ্ণ পৰিয়ালৰ সম্পৰ্ক বুলি



সকলোৰে বিশ্বাস হৈছিল। বিশ্বাস হৈছিল এইখন ঘৰৰ এক উজ্জ্বল ভৱিষ্যত আছে। সেই কাৰণেই ঘৰৰ ভিতৰত থকা সকলৰ লগতো পৰিচয় গঢ়ি তুলিবলৈ বাহিৰৰ মানুহ উদগ্ৰীৱ হৈ উঠিছিল।

দেউতাক ভৱানীচৰণৰ একমাত্ৰ পুতেক দিবাকৰ সৰুৰে পৰা আছিল চঞ্চল, উদ্দেশ্যহীন। ইচ্ছা কৰাহেঁতেন দেউতাকৰ ধন আৰু খ্যাতিৰ আলম লৈ দিবাকৰ উপযুক্ত মানুহ হিচাপে গঢ়ি উঠিব পাৰিলেহেঁতেন, ইচ্ছা কৰাহেঁতেন নিজে খ্যাতি লাভ কৰিব পাৰিলে-হেঁতেন। খ্যাতি লাভ কৰিব পাৰিলেহেঁতেন এই কাৰণেই যে তাৰ বাবে তাৰ মানসিক শক্তি আছিল, কিন্তু সেই মানসিক শক্তিক আচল সময়ত উপযুক্ত ভাৱে সি প্ৰয়োগ কৰিব নোৱাৰিলে। প্ৰয়োগ কৰাৰ ধৈৰ্য্য আৰু কষ্টসহিষ্ণুতাৰ তাৰ আছিল একান্ত অভাৱ। ধৈৰ্য্য আৰু কষ্টসহিষ্ণুতাৰ অভাৱত ধ্বংস হোৱাসকলৰ অন্তৰ্ভুক্ত আছিল দিবাকৰ। তাৰ তেনে অৱস্থা দেখি বৃদ্ধ বয়সত দেউতাকে বৰ অশান্তিৰে দিন কটাব লগা হৈছিল।

দেউতাকৰ মৃত্যুৰ পিচত দেউতাকৰ টকাৰেই দিবাকৰে এটা বৰফ কাৰখানা খুলিলে। বৰফ নিৰ্মাণৰ কাৰখানাৰ বাবে যিমান টকাৰ প্ৰয়োজন, সেই গোটেইখিনিকে সি তাত সুমুৱালে। কিন্তু তিনি বছৰৰ ভিতৰতে সেই আচনি বিফল হ'ল। বিফল হোৱাৰ কাৰণ হ'লঃ উদ্দেশ্যহীনতা, অমিতব্যয়িতা আৰু কষ্টসহিষ্ণুতাৰ অভাৱ। ব্যৱসায়ত ধন খৰছ কৰিব পাৰি, কিন্তু সেই ব্যৱসায়ৰ পৰা ওলোৱা ধনেৰে নতুন আচনি সফল কৰিবলৈ আৰু সেই ধন জমা কৰিবৰ বাবে ধৈৰ্য্য আৰু বুদ্ধি দুয়োটাৰে প্ৰয়োজন। বুদ্ধি হয়তো তাৰ আছিল, কিন্তু অভাব আছিল ধৈৰ্য্যৰ। অন্যৰ প্ৰশংসা আৰু তোষামোদৰ বাবে যি প্ৰত্যেক দিনে একোটা ভোজ-উৎসৱৰ আয়োজন কৰিব পাৰে, তেওঁৰ বাবে এক-ডেৰ লাখ টকাৰ ব্যৱসায় এটা কিমান দিন চলিব?

আৰতিৰ সৰুতেই মাকৰ মৃত্যু হৈছিল। দেউতাকৰ মৃত্যু হোৱাও বহুত দিন হ'ল। তাইৰ মোমায়েকে দেখিলে দিবাকৰে ভনীয়েক দুজনীক উপযুক্ত শিক্ষা দিয়াৰ কোনো আশাই নাই। তেওঁ এদিন আহি আৰতি আৰু মিনতিক নিজৰ নগৰৰ ঘৰলৈ লৈ গ'ল।

মোমায়েকৰ তেনে কাৰ্য্যত মুখ খুলি প্ৰতিবাদ কৰাৰ সাহস দিবাকৰৰ

নাছিল সত্য, কিন্তু তেনে কাৰ্য্যৰ দ্বাৰা মোমায়েকে যে তাক অপদাৰ্থ জ্ঞান কৰি গ'ল তাক সি হৃদয়েৰে উপলব্ধি কৰিলে। মৰমৰ ভনীয়েক দুজনীৰ ওপৰত থকা তাৰ অধিকাৰ আৰু সিহঁতৰ বাবে তাৰ দায়িত্বক অস্বীকাৰ কৰি মোমায়েকে তাৰ অহঙ্কাৰ নিঃশেষ কৰি গ'ল। সি দৃঢ়সঙ্কল্প হ'ল, এদিন মোমায়েকৰ আগত সি তাৰ নিজৰ যোগ্যতা প্ৰমাণ নকৰাকৈ নাথাকিব।

ব্যৱসায়ৰ পিচত ব্যৱসায়ত দিবাকৰে হাত দিলে। কিন্তু এটা ব্যৱসায়ৰ পিচত আনটো বিফল হ'ল। কিন্তু ভনীয়েকহঁতৰ ওপৰত থকা তাৰ প্ৰভুত্ব প্ৰকাশৰ অহঙ্কাৰ সি মনৰ পৰা আঁতৰাব নোৱাৰিলে। আৰতিয়ে বি-এ পৰীক্ষা দি শেষ কৰাৰ দিনাই মিনতিৰে সৈতে তাইক দিবাকৰে লৈ আহিলগৈ। মিনতিয়ে তেতিয়া হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়িছিল।

ঘৰৰ অৱস্থা দেখি আৰতিৰ চকুপানী ওলাই আহিল। লগে লগে বৰ বেচিকৈ তাইৰ মনত পৰিল মাক আৰু দেউতাকলৈ। তাইৰ ধাৰণা দৃঢ় হ'ল, সিহঁত মাক-দেউতাকৰ উপযুক্ত সন্তান হোৱাহেঁতেন এই ঘৰখনৰ আজি এনে করুণ অৱস্থা নহ'লহেঁতেন।

স্থানীয় স্কুলখনত শিক্ষয়িত্ৰী হৈ নিজৰ সামান্য যোগ্যতাৰে ঘৰখনৰ শ্ৰীবৃদ্ধি কৰিবৰ বাবে তাই ব্ৰতী হ'ল।

মাক-দেউতাকৰ মৃত্যুৰ পিচত আৰতি আৰু মিনতিৰ দায়িত্ব দিবাকৰে গ্ৰহণ কৰাটোৱেই স্বাভাৱিক আছিল। কিন্তু সেই দায়িত্ব গ্ৰহণ নকৰা দেখি তাৰ ওপৰত আৰতিৰ আস্থা আৰু বিশ্বাস দিনে দিনে নাইকিয়া হৈ আহিল। সেই কাৰণেই ককায়েকে লৈ অহা ৰমেশ কাকতিৰ বিয়াৰ প্ৰস্তাৱ তাই এটা মাত্ৰ প্ৰশ্নেৰে অগ্ৰাহ্য কৰিবলৈ কুণ্ঠাবোধ নকৰিলে।

আৰতিৰ এনে আপত্তিত প্ৰথমতে হতাশ হৈছিল যদিও দিবাকৰে নিজৰ প্ৰভুত্ব খটুৱাবলৈ শেষত সাজু হ'ল। পিতৃ-মাতৃৰ অবিহনত আৰতিক এক সুপাত্ৰত বিয়া দিয়াৰ দায়িত্ব যে সম্পূৰ্ণ তাৰ, এই কথা আৰতিয়ে নাজানিলে নহব।

কিন্তু সি আৰতিৰ ব্যক্তিত্ব আৰু দৃঢ় মনৰ কথা অতি ভালদৰে



জানে। গতিকে বেলেগ উপায়ে তাইক সেই বিয়াত মান্তি কৰাব লাগিব।

স্কুলৰ পৰা আহি মুখ-হাত ধুই আৰতিয়ে চাহ খাবলৈ লৈছিল। দিবাকৰ আহি তাইৰ আগত বহিল।

দিবাকৰে ক'লে, "মোৰ সন্মান যদি তই ৰক্ষা কৰিব নোৱাৰ, তেন্তে মই এই ঘৰ এৰি আঁতৰি যাম।"

আৰতি সতৰ্ক হ'ল। বহুত দিনৰ পিচত দিবাকৰৰ মুখমণ্ডলত তাই এক অস্বাভাৱিক দৃঢ়তা দেখা পালে।

"তোমাৰ সন্মান ৰক্ষা নকৰাৰ কথা উঠিল কেতিয়া?"

"তেন্তে তই ৰমেশ কাকতিক বিয়া কৰিবলৈ মান্তি হব লাগিব।"

"মোৰ মনৰ কথাটো বুজিবলৈ তুমি যত্ন নকৰা কিয়, ককাইদেউ? মোৰ যথেষ্ট বয়স হৈছে আৰু বয়স বঢ়াৰ লগে লগে মোৰ মনে বিশেষ ধৰণে গঢ় লৈছে। বিয়াবাৰুৰ ক্ষেত্ৰত এজনী বুজন ছোৱালীৰ মনৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। প্ৰথম দিনা দেখিয়েই মোৰ ধাৰণা হ'ল, কাকতিৰ লগত মোৰ মনৰ মিল নাই। অনেক যত্ন কৰিলেও মই কিজানি মনৰ মিল ঘটাব নোৱাৰিম। তাৰ উপৰি, মোৰ আচল কথাটো তুমি ভালদৰে বুজা উচিত। সামাজিক, আৰ্থিক, কোনো ফালৰ পৰাই তেওঁৰ লগত আমাৰ অৱস্থাৰ মিল নাই। তেনে অৱস্থাতো তুমি ভাবানেকি এই বিয়া সুখৰ হব বুলি?"

একেই দৃঢ়তাৰে দিবাকৰে ক'লে, "তোৰ বুদ্ধিমত্তাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে। তই শিক্ষিতা ছোৱালী। আমাৰ ঘৰখনৰ বাবেই তই কাকতিক বিয়া কৰোৱাটো উচিত।"

"আমাৰ ঘৰখনৰ বাবেই?" অবাক হৈ আৰতিয়ে দিবাকৰৰ মুখলৈ চাই থাকিল।

"গোটেই কথাটো হ'ল এনেকুৱা। মোৰ হাতত এতিয়া একেবাৰে ধন নাই বুলি কব পাৰ। জন্ম মুহূৰ্তত নক্ষত্ৰ ভাল নোহোৱা বাবেই কিজানি ধন মোৰ হাতত নাথাকে। সেই বিষয়ে তই সদায় মোক দোষাৰোপ কৰিবি, মই জানো। কিন্তু হাজাৰ দোষাৰোপ কৰ, মোৰ কোনো উপায় নাই। কিন্তু ঘৰখন একেবাৰে ধ্বংস হৈ যাবলৈ দিব নোৱাৰি। তই মোৰ বিয়াৰ কথা সদায় কৈ থাক। কিন্তু ঘৰৰ এনে

দুখলগা অৱস্থাত ভাল মানুহৰ ঘৰৰ ছোৱালী বিয়া কৰোৱাৰ আশা একেবাৰে কৰিব নোৱাৰি। এনে সময়তে উপযাচি আহি ওলাইছেহি ৰমেশ কাকতি। তেওঁৰ লগত অলপ ওচৰ চাপি কথা পাতিলেই তই জানিবি যে তেওঁ এজন আচল ভদ্ৰলোক।"

দিবাকৰে আৰতিৰ মুখৰ প্ৰতিক্ৰিয়া চাবৰ বাবেই বোধকৰো অলপ সময় ৰ'ল।

আৰতিয়ে ক'লে, "আৰু কি কব খুজিছিলা কোৱা।"

দিবাকৰে ক'লে, "আমাৰ এই ঘৰখন বচাবৰ বাবেই তই তেওঁক বিয়া কৰাব লাগিব। শুন, খং কৰি একো লাভ নাই। ৰমেশে মোক এক ডাঙৰ সহায় কৰিম বুলি কৈছে।"

"কি সহায়?"

"ঘৰখন নতুনকৈ সজাৰ বাবে গোটেইখিনি ধন দিয়াৰ প্ৰতিশ্ৰুতি দিছে। তই নাভাবিবি, এই ধনৰ বাবেই তই তেওঁক বিয়া কৰাব লাগে বুলি মই কৈছো। কিন্তু কৃতজ্ঞতা বুলি এটা কথা আছে; তেনে কৃতজ্ঞতাৰ বান্ধোনত বান্ধ খায়েই তই এই বিয়াত মান্তি হ। আনহাতেদি তেওঁ এজন ভদ্ৰ মানুহ—আন অনেক ডাঙৰ মানুহৰ ছোৱালী বিয়া নকৰাই আমাৰ ঘৰত বিয়া কৰাবলৈ ইচ্ছা কৰাটোৰ পৰাই বুজিবি তেওঁৰ হৃদয়ৰ মহত্ব। তই নাজানিব পাৰ, তেওঁ তোক ভাল পায়; তোৰ গুণ আৰু ৰূপত তেওঁ মুগ্ধ।—শুন, তই এতিয়াই মোক উত্তৰ এটা দিব নালাগে। গোটেই কথাখিনি ভালদৰে ভাবি চাবি। ঘৰৰ কথা আৰু তোৰ ভবিষ্যতৰ কথা। তেনে এজন উপযুক্ত লোকক হাততে পাই এৰি দিলে কি বিপদ হব পাৰে, এবাৰ চিন্তা কৰি চাবি। মোৰ ইমান বয়স হ'ল, কি কাৰণে এতিয়ালৈকে বিয়া হোৱা নাই, তই জানো নাজান? তোক মই দুমাহ সময় দিলো—দুমাহৰ ভিতৰত তই মোক জনাবি। মনত ৰাখিবি, তোৰ মতামতৰ ওপৰত এই ঘৰখনৰ ভবিষ্যত নিৰ্ভৰ কৰিছে।"

কথাখিনি কৈয়েই আৰতিয়ে কিবা কয় বুলি দিবাকৰ খৰধৰকৈ তাৰ পৰা আঁতৰি গ'ল।

অস্বস্তিকৰ আৰু আপত্তিজনক কথা শুনিলে আৰতিয়ে প্ৰচণ্ডভাৱে প্ৰতিবাদ কৰিব নোৱাৰে, কিন্তু সেই সময়ত তাইৰ নাকৰ পৰা টনা



সৰল ৰেখা এডালৰ দৰে কপালৰ এডাল ৰেখা প্ৰকট হৈ উঠে। দিবাকৰৰ কথা শুনি সেই ৰেখাডাল অস্বাভাৱিক ভাৱে উঠি আহিল।

দুমাহৰ কোনো প্ৰয়োজন নাই। তেতিয়াই তাই সিদ্ধান্ত কৰিলেঃ দিবাকৰৰ প্ৰস্তাৱ কোনোপধ্যেই তাই গ্ৰহণ কৰিব নোৱাৰে। তাক তাই দুদিনৰ ভিতৰতে সিদ্ধান্তটো জনাই দিব।

পিচদিনা আৰতিহঁতৰ ঘৰলৈ আহিল মোমায়েক আৰু মামীয়েক। তাইৰ বাবে তেওঁলোকতকৈ আপোন মানুহ আৰু নাই। মোমায়েকে ক'লে, "মই সকলো শুনিছো। ৰমেশ কাকতি ল'ৰাজনৰ বিৰুদ্ধে একো কথা মই শুনা নাই। অৱস্থাও বৰ ভাল। তোৰ বাবে সকলো ফালৰ পৰা তেওঁ উপযুক্ত হব বুলি মই ভাবো।"

মামীয়েকে ক'লে, "দুই-এটা দোষ থাকিলেই যেনিবা। তোৰ বা মোৰ দোষ নাইনেকি? তোৰ বাবে যোৱা দুবছৰ দৰা বিচাৰি আমি কিমান কষ্ট কৰিলো। কোনোবা এটা জানো ওলাই আহিল? ছোৱালীৰ বিদ্যা-বুদ্ধিয়েই বিয়াৰ বাবে আজিকালি সকলো নহয়। এটা কথা তোক কৈ থওঁ শুন। মতা মানুহবোৰ একেবাৰে সৰু লৰাৰ দৰে। তই যেনেকৈ চলাবি তেনেকৈ চলিব। মোৰ বোধেৰে, মতা মানুহবোৰ আচলতে বেয়া নহয়। আমাৰ মাইকী মানুহবোৰ বেচি বেয়া। এই কথাটো আজি তোক ক'লো, পিচত ভালদৰে বুজিব পাৰিবি।"

মোমায়েক-মামীয়েকে আৰতিৰ মনত খেলিমেলিৰ সৃষ্টি কৰি গ'ল। তাই নতুনকৈ ভাবিবলৈ ধৰিলে; তাইৰ ককায়েক আৰু মোমায়েক-মামীয়েক তাইৰ বিয়াৰ বাবে দিনে দিনে অধিক চিন্তিত হৈ উঠিছে অথচ তাই নিজে সেই বিষয়ে একোকে ভবা নাই।

মোমায়েক-মামীয়েক যোৱাৰ পিচত দিবাকৰৰ প্ৰস্তাৱ সম্পৰ্কে আৰতি চিন্তান্বিত হ'ল। প্ৰথম দৃষ্টিতে তাই ৰমেশ কাকতিৰ প্ৰতি এটা বেয়া ধাৰণা কৰি লৈছিল। কিন্তু ৰমেশে তাইক বিয়া কৰিবলৈ ইমান আগ্ৰহান্বিত কিয়? তাইক বিয়া কৰালে তেওঁৰ কি স্বাৰ্থসিদ্ধি হব? অনেক মানুহৰ পৰা তাই জানিব পাৰিছে আৰু মোমায়েকেও সেই একেটা কথাকে আকৌ কৈ গ'ল যে ৰমেশ কাকতি আঢ্যৱন্ত পৰিয়ালৰ লোক, তেওঁ ইচ্ছা কৰাহেঁতেন আঢ্যৱন্ত মানুহৰ ছোৱালী বিয়া কৰাব পাৰিলেহেঁতেন। তেনে ঘৰৰ পৰা অহা বহুত প্ৰস্তাৱো হেনো তেওঁ

এটা এটাকৈ প্ৰত্যাখ্যান কৰি আহিছে। তাইৰ সঁচাকৈয়ে এনে কি গুণ আছে যাৰ প্ৰতি তেওঁ ইমান বেচি ভাৱে আকৃষ্ট? কাৰ মুখত তাইৰ কি প্ৰশংসা শুনি তাইক বিয়া কৰিবলৈ তেওঁ ইমান উদগ্ৰীৱ? দিনে-ৰাতিয়ে তাকে ভাবি আৰতি বিমোৰত পৰিল।

লাহে লাহে তাইৰ ধাৰণা হ'ল, প্ৰথম দৃষ্টিতে ৰমেশৰ প্ৰতি হোৱা তাইৰ ধাৰণা সত্য নহবও পাৰে। এজন পুৰুষক অতি কাষৰ পৰা নাজানিলে তেওঁৰ সম্পৰ্কে এক সম্পূৰ্ণ ধাৰণা কৰাটো জানো উচিত? শিক্ষয়িত্ৰী জীৱনৰ অভিজ্ঞতাৰ পৰা তাইৰ ধাৰণা হৈছে, দূৰৰ পৰা দেখি বা শুনি এজন মানুহৰ বিষয়ে কোনেও এক স্পষ্ট ধাৰণা কৰি লব নোৱাৰে। মানুহক আমি আচলতে যিমান বেয়া বুলি ভাবো আচলতে সিমান বেয়া নহয়। যিজনক আমি বেয়া বুলি ভাবো, যিজনৰ কথা ভাবিলে আমি বিব্ৰত হওঁ, তেওঁকেই অতি কাষৰ পৰা চালে, হাতত একাপ চাহ লৈ সন্মুখত বহুৱাই চালে, অতি ভাল লাগি যাব, পূৰ্বৰ সকলো অস্বস্তিৰ অৱসান ঘটিব, এজন সম্পূৰ্ণ লোক চকুৰ আগত থিয় হব—যিজনৰ সকলো কথা আৰু ভাৱ-আচৰণ এটা এটাকৈ ভাল লাগি যাব।

মামীয়েকৰ কথা আৰতিৰ মনত পৰিল, পুৰুষ সদায়েই এক সৰু ল'ৰাৰ দৰে। নাৰীয়ে যেনেদৰে পৰিচালিত কৰে, পুৰুষ তেনে দৰেই সদায় পৰিচালিত হয়। তেনেদৰে পৰিচালিত হৈয়েই পুৰুষ গৌৰৱান্বিত হয়। মামীয়েকে তেওঁৰ সুদীৰ্ঘ জীৱনৰ অভিজ্ঞতাৰে এনে এটা কথা অতি সহজ ভাৱে এদিন তাইক কৈ গ'লহি। পুৰুষৰ প্ৰতি বিশেষ কোনো ধাৰণা নথকা আৰতিৰ মনোভাৱ এই এটা কথাই যথেষ্ট ভাৱে প্ৰভাৱান্বিত কৰিলে।

ঘৰৰ বাহিৰলৈ আহি চাৰিওফালে ভাঙনৰ দৃশ্য ব্যাপক হৈ থকা অৱস্থাই আৰতিক ম্ৰিয়মান কৰিলে। তাই হাজাৰ ইচ্ছা কৰক, তথাপিও নিজৰ শক্তিৰে আৰু যোগ্যতাৰে এই ঘৰৰ অৱস্থা উন্নত কৰিব নোৱাৰে। ঘৰটোৰ প্ৰত্যেকটো বিন্দুতে যেন ভাঙন সম্পূৰ্ণ। ঘৰৰ চাৰিওফালৰ কৰুণ পাৰিপাৰ্শ্বিকতালৈ লক্ষ্য কৰি থাকোতেই ৰমেশ কাকতিক যেন তাই মনৰ চকুৰ আগত থিয় হৈ থকা দেখিবলৈ পালে। দিবাকৰে আশা কৰিছে ৰমেশ কাকতিয়ে এই ঘৰ নতুনকৈ গঢ়িবৰ



বাবে সকলো ধৰণৰ সাহায্য আগবঢ়াব। কিন্তু কিয়? তেওঁ তাইক বিয়া কৰাটোৱেই তেওঁৰ বাবে যথেষ্ট নহয়নেকি? বিয়া কৰোৱাৰ লগতে তাইৰ পিতৃ-মাতৃৰ ঘৰখনকো এটা নতুন ৰূপ দান কৰিব। ৰমেশৰ এই সিদ্ধান্তৰ কথা ভাবি ভাবি আৰতি অভিভূত হ'ল। ৰমেশে কেতিয়াও কাৰো আগত কবলৈ নাযাব যে আৰতিক বিয়া কৰোৱাৰ বাবেই তাইৰ ঘৰৰ উন্নতিৰ দায়িত্বও সি গ্ৰহণ কৰিলে। এইটো মাত্ৰ এক পৰম কৃতজ্ঞতাৰ চিহ্ন স্বৰূপ। তাৰ মানে এইটো কি সত্য যে, ৰমেশে ইমান দিন ধৰি তাইক গভীৰ ভাৱে ভাল পাই আহিছিল? আৰু সেই গভীৰ ভালপোৱাৰ প্ৰতিদান স্বৰূপেই তাইৰ বাবে সকলো কৰিবলৈ সি সাজু?

ধীৰে ধীৰে আৰতিয়ে ককায়েক দিবাকৰৰ প্ৰতিও এক সুস্থ ধাৰণা কৰি লবলৈ সমৰ্থ হ'ল। মাক-দেউতাকৰ সীমাহীন মৰম-চেনেহত নষ্ট হোৱা দিবাকৰেই যে তাইৰ একমাত্ৰ অভিভাৱক, তাই উপলব্ধি কৰিলে। উপলব্ধি কৰি দিবাকৰৰ এক উজ্জ্বল ভবিষ্যতৰ কল্পনাই তাইক ব্যাকুল নকৰাকৈ নাথাকিল। ৰমেশ কাকতিৰ সাহায্যত সি নতুনকৈ নিজৰ ঘৰত প্ৰতিষ্ঠা লাভ কৰিব আৰু পিচত বিয়া কৰাই ঘৰখনক স্থায়ী কৰিবৰ বাবেও তাৰ ক্লান্তিহীন যত্ন হব। সেই প্ৰতিশ্ৰুতি তাই যেন তাৰ চকুৱে-মুখে আজি ভালেমান দিন ধৰি দেখি আহিছে।

দুটা মাহৰ ক্লান্তিহীন উপলব্ধিৰ শেষত আৰতিয়ে বিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে।

ফুলশয্যাৰ ৰাতি।

আৰতিক লাভ কৰাৰ পৰম সৌভাগ্যত পৰম আনন্দেৰে ৰমেশ শুইছিল। লাইটৰ ক্ষীণ পোহৰত আৰতিয়ে অতি কাষৰ পৰা তেওঁক চাইছিল। চাই চাই তাই অভিভূত হ'ল। প্ৰথম দৃষ্টিত যিজন পুৰুষৰ প্ৰতি এক অসুস্থ ধাৰণা তাই কৰি লৈছিল সেইজন পুৰুষেই এই ৰাতি তাইৰ অতি কাষত ইমান পৱিত্ৰ আৰু সুন্দৰ হৈ উঠিল! ৰমেশৰ মুখমণ্ডলত যেন এক জ্যোতি তাই দেখিবলৈ পালে যিটো তাইৰ নাৰী-জীৱন উদ্ভাসিত কৰিবৰ বাবে যথেষ্ট। এনে এক পুৰুষৰ বাবে অজস্ৰ

নাৰী ব্যাকুল হৈ উঠে; এনে পুৰুষৰ প্ৰেম আৰু নিবিড়তম সান্নিধ্যই যি কোনো নাৰীকে সৌভাগ্যৱতী নকৰাকৈ নাথাকে। পুৰুষ যে ইমান সুন্দৰ হব পাৰে, পুৰুষৰ সান্নিধ্য যে ইমান প্ৰাণস্পৰ্শী হব পাৰে, আৰতিয়ে ইয়াৰ আগতে কেতিয়াও ভাবিব পৰা নাছিল। মিলনৰ এই প্ৰথম ৰাতিয়েই ৰমেশৰ গভীৰ প্ৰেম আৰু আন্তৰিকতাই তাইক উন্মাদ কৰি দিলে। তাইৰ ধাৰণা হ'ল, এজনী নাৰীৰ বাবে ইয়াতকৈ ডাঙৰ সুখ আৰু কি থাকিব?

পালেঙৰ একাষত আউজি নিদ্ৰিত ৰমেশৰ মুখলৈ চাই থাকোঁতে তাইৰ মনত পৰিছিল মাকৰ এষাৰ কথালৈ, সৰুতে শুনা সেই কথা আজি তাইৰ বৈ বৈ মনত পৰিছে। এজন সু-পুৰুষক স্বামী হিচাপে পোৱাটোয়েই তিৰোতাৰ আটাইতকৈ ডাঙৰ ভাগ্য। তিৰোতাৰ স্বামীয়েই ধন, জীৱন আৰু ভৱিষ্যত। আজি এই ফুলশয্যাৰ ৰাতি স্বামীৰ একান্ত সান্নিধ্যত আৰতিয়ে সেই মৃত্যুহীন কথাৰে সত্যতা হৃদয়েৰে উপলব্ধি কৰিব পাৰিছে। স্বামীৰ একান্ত ভালপোৱা লাভ কৰা তিৰোতাই আচলতে কৰিব নোৱাৰে কি!

দুদিনৰ ভিতৰতে ৰমেশ সম্পৰ্কে প্ৰায় সকলো কথাই আৰতিয়ে জানিবলৈ পালে।

নগৰৰ বিখ্যাত ব্যৱসায়ী দেউতাকৰ মৃত্যুৰ পিচত তেওঁৰ অগাধ ধনসম্পত্তি তিনিজন পুতেকৰ মাজত ভাগ হ'ল আৰু সৰু পুতেক ৰমেশ পুৰণি ঘৰৰ পৰা আঁতৰি নিজে সজা ঘৰত বাস কৰিবলৈ ল'লে। দেউতাকৰ মৃত্যুৰ আগতেই মাকৰ মৃত্যু হৈছিল।

প্ৰথমতে ৰমেশে পৰিবহন বিভাগৰ বিষয়া হিচাচে চাকৰি জীৱন আৰম্ভ কৰিছিল। কিন্তু নিজৰ উচ্চাকাঙ্খাই তেওঁক চাকৰি ত্যাগ কৰি মটৰৰ ব্যৱসায়ত যোগ দিবলৈ বাধ্য কৰিলে। কম সময়ৰ ভিতৰতে ৰমেশে ব্যবসায়ত সফলতা লাভ কৰিছিল। দিবাকৰ আৰু ৰমেশৰ ভিতৰত এক ডাঙৰ পাৰ্থক্য আৰতিয়ে প্ৰথমৰে পৰাই লক্ষ্য কৰিলে। দিবাকৰৰ দৰে ৰমেশ চঞ্চল নহয়, ৰমেশৰ মনৰ দৃঢ়তা অতি বেচি। ব্যৱসায়ত দোপত দোপে উন্নতি কৰিবৰ বাবে যি দক্ষতা আৰু বুদ্ধিৰ প্ৰয়োজন সেইখিনি তেওঁৰ সম্পূৰ্ণ আছে। ব্যৱসায়ত উন্নতি কৰিবৰ বাবে দিবাকৰৰ কেৱল ইচ্ছা আছে, কিন্তু ৰমেশৰ ইচ্ছাও আছে



অধ্যৱসায়ো আছে। দিবাকৰে বিশ্বাস কৰে এক সুন্দৰ আৰম্ভণিত, ৰমেশে বিশ্বাস কৰে এক সুন্দৰ পৰিসমাপ্তিত।

দিনটোৰ বেচিভাগ সময় ৰমেশ নিজৰ ব্যৱসায় কাৰ্য্যত ব্যস্ত হৈ থাকে। ইমান এটা ডাঙৰ ব্যৱসায়ত চাৰিওফালে সমানে চকু নিদিলে যে নহয়, সেই কথা তেওঁ ইমান দিনৰ অভিজ্ঞতাৰে উপলব্ধি কৰিছে। কৰ্মচাৰীসকলৰ সততাৰ ওপৰত প্ৰথমতে তেওঁৰ বিশ্বাস গভীৰ আছিল। কিন্তু দিন অতিবাহিত হোৱাৰ লগে লগে সেই বিশ্বাস লাহে লাহে হ্ৰাস হ'ল। ৰমেশৰ দৃঢ় ধাৰণা হৈছিল, প্ৰত্যেকজন কৰ্মচাৰীয়ে নিজৰ দায়িত্ব আৰু কৰ্ত্তব্য আনন্দ মনে আৰু সুচাৰুৰূপে পালন কৰাহেঁতেন, কেৱল তাৰ ব্যৱসায়েৰে নহয়, সমগ্ৰ দেশখনৰে প্ৰভূত উন্নতি সাধন হ'লহেঁতেন।

সন্ধিয়াৰ লগে লগে কৰ্মব্যস্ত ৰমেশ ঘৰলৈ উভতি আহে। কেতিয়াবা গোটেই সন্ধিয়াটো আৰু ৰাতিৰ এফাল আৰতিৰ লগত কথা পাতি পাতি তেওঁ কটাই দিয়ে। কেতিয়াবা মটৰ নিজে চলাই আৰতিৰ লগত ফুৰিবলৈ যায়। আৰতিয়ে লক্ষ্য কৰিছে তাইৰ লগত কথা পাতিবলৈ পালে ৰমেশে অফুৰন্ত আনন্দ লাভ কৰে। কেৱল আনন্দ লাভ কৰাই নহয়, প্ৰত্যেকটো প্ৰশ্নৰ উত্তৰ তাইৰ পৰা জানিবলৈ সি পৰম আগ্ৰহেৰে অপেক্ষা কৰে; আৰু জানি তাইৰ কাষত কৃতজ্ঞতা প্ৰকাশ কৰে। দিন অতিবাহিত হোৱাৰ লগে লগে ৰমেশৰ ভালপোৱাই তাইক বেচিকৈ অভিভূত কৰিবলৈ ধৰিলে। আৰু ৰমেশৰ ভাল পোৱাৰ আলম লৈ নিজৰ এক সুস্থ আৰু প্ৰত্যয়শীল ভৱিষ্যতৰ তাই পাতনি মেলিলে।

আৰতিয়ে লক্ষ্য কৰিছে, ৰমেশে নিজৰ ঘৰৰ কথা কবলৈ উৎসাহবোধ নকৰে; নিজৰ এৰি অহা জীৱনৰ কথা সুধিলে সি নিৰুত্তৰ হয়, অবাক হৈ কেৱল আৰতিৰ মুখৰ ফালে চাই থাকে। আৰতিয়ে ভাবিছিল, বৰ্তমানৰ কৰ্মব্যস্ততাই ৰমেশক অতীতৰ কথা পাহৰাই ৰাখিছিল, নতুবা ৰমেশৰ বাবে অতীতৰ কোনো মূল্যই নাই। নিজৰ কৰ্মপ্ৰেৰণাৰ ওপৰত অগাধ বিশ্বাস থকা মানুহ এজনৰ বাবে বৰ্তমান আৰু ভৱিষ্যতৰ মূল্যহে আটাইতকৈ বেচি, আৰতিয়ে ভাবিছিল।

আৰতিয়ে শুনিছিল, ৰমেশৰ দেউতাকৰ সমাজত খ্যাতি আছিল

যথেষ্ট। কিন্তু তাই লক্ষ্য কৰিছে, তেওঁ দেউতাকৰ বিষয়ে কথা কবলৈয়ো আগ্ৰহান্বিত নহয়। দেউতাক যেন তেওঁৰ চিন্তাৰ বিষয় নহয়, বৰ্তমানৰ এই সৌভাগ্যত দেউতাকৰ যেন সামান্য অৱদানো নাই। তেওঁ নিজে নিজক গঢ়ি তুলিছে, তাৰ বাবে ঘৰৰ একো দায়িত্ব যেন নাই।

এদিন ৰমেশে আৰতিক কৈছিল, "কেৱল কাম কৰিব পাৰিলেই এই পৃথিবীত মানুহ ভালদৰে বাচি থাকিব পাৰে বুলি মোৰ বিশ্বাস। কামেই মানুহৰ জীৱন বুলি তুমি নাভাবানে?"

সহজভাৱেই আৰতিয়ে উত্তৰ দিছিল, "কিন্তু যিকোনো কাম হলেই নহ'ব। সেই কাম সৎ আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত হব লাগিব।"

ৰমেশে চকু দুটা বহল কৰি আৰতিৰ ফালে চালে। আৰতিৰ মুখত এনে কথা তেওঁ এই প্ৰথম বাৰৰ বাবে শুনিবলৈ পালে। তাৰ মানে, তাইৰ মনৰ মাজত এনে বহুতবোৰ কথা পুঞ্জীভূত হৈ আছেনেকি যিবোৰৰ উমান সি ইমান দিনেও পোৱা নাছিল?

"সৎ আদৰ্শ মানে তুমি কি বুজা?"

"যি কামেই কৰা যায়, তাৰ এটা সৎ সমাপ্তি থকা উচিত। মানে, মানুহৰ মঙ্গল সাধন হব পৰা কামৰ কথা মই কৈছো।"

"মই এটা ডাঙৰ ব্যৱসায় কৰো। তুমি ভাবানেকি এই কাম সৎ আদৰ্শৰ দ্বাৰা পৰিচালিত নহয়?"

"কেতিয়াও নাভাবো। আপুনি নিজৰ যোগ্যতা আৰু পৰিশ্ৰমেৰে ব্যৱসায় কৰিছে আৰু উন্নতি কৰিছে। তাৰ দ্বাৰা এখন ঘৰ ভালদৰে চলাৰ বাহিৰেও বহুত মানুহৰ জীৱিকা নিৰ্বাহৰ পথ দিছে।"

"কাম কৰি মানুহ অতীতৰ অন্ধকাৰৰ পৰা পোহৰলৈ আহিব পাৰেনে নোৱাৰে?"

ৰমেশৰ কথাৰ নতুন সুৰ শুনি আৰতি আচৰিত হৈছিল। কিন্তু সহজভাবে সেই প্ৰশ্নৰ উত্তৰ দিবলৈ ধৰোতেই ৰমেশে আকৌ সুধিলে, "মানুহ শুধৰণিৰ অতীত বুলি তুমি ভাবানেকি?"

"নাভাবো। নিজৰ আত্ম-উপলব্ধি আৰু সৎ আদৰ্শৰে মানুহে নিজক নিশ্চয় শুধৰাই লব পাৰে।"

আৰতিৰ কথা শুনি ৰমেশৰ মুখত এনে এক হাঁহি প্ৰকাশ পালে যিটো ইমান দিন তাই তেওঁৰ মুখত দেখা নাছিল। হৃদয়ৰ নিভৃত কোণৰ



পৰা নিগৰি ওলোৱা যেন এই হাঁহি—এই হাঁহিৰ যোগেদি যেন তেওঁৰ অন্তৰৰ গভীৰতম এটা ফাল দৃষ্টিৰ সন্মুখলৈ আহিছে।

"তোমাৰ কথাই সত্য। শুভেচ্ছা থাকিলে আৰু আত্ম-উপলব্ধি থাকিলে মানুহে অনায়াসে নিজক শুধৰাই লব পাৰে।"

আৰতিয়ে ক'লে, "পৃথিবীৰ সৰ্বশ্ৰেষ্ঠ ব্যক্তিজনেও ভুল কৰে, কিন্তু তেওঁ সেই ভুল পুনৰাই নকৰে। তেওঁৰ লগত সাধাৰণ মানুহৰ পাৰ্থক্য সেইখিনিতে।"

ৰমেশ আৰতিৰ কথাত ইমান অভিভূত হ'ল যে তেওঁ থিয় হৈ আৰতিক সাৱটি লৈ তাইৰ কপালত, চকুত, গালত, ওঁঠত, বুকুৰ প্ৰান্তত এফালৰ পৰা চুমা খাই যাবলৈ ধৰিলে। ৰমেশৰ এনে নৱ উপলব্ধিত আৰতি কিছু সময়ৰ বাবে স্তম্ভিত নোহোৱাকৈ নাথাকিল। তথাপিও এনে এক কাৰ্য্য অত্যন্ত স্বাভাৱিক বুলি তাইৰ ধাৰণা হ'ল।

ইতিমধ্যে আৰতি নিজৰ ঘৰলৈ এবাৰ গৈছিল। তাইৰ চিন্তা ভনীয়েক মিনতিক লৈ। তাই ভাবিছিল হাইস্কুলৰ পৰীক্ষা পাচ কৰাৰ পিচতে মিনতিক হোষ্টেলত ৰাখি নগৰৰ কলেজত তাই পঢ়ুৱাব। উচ্চ শিক্ষাৰে শিক্ষিতা কৰি উপযুক্ত পাত্ৰৰ হাতত তাইক গটাব পাৰিলে আৰতি এক ডাঙৰ সংকটৰ পৰা যেন ৰক্ষা পৰে।

মিনতিৰ মুখৰ পৰাই আৰতিয়ে শুনিলে, আজি কালি দিবাকৰে নিজৰ ঘৰত কেইজনমান মানুহক মাতি আনি তাচ খেলে। তাচ খেলি থাকোঁতে কেতিয়াবা বহুত ৰাতি হয়। তাচ খেলা কোঠাৰ পৰা মিনতিৰ পঢ়া-শোৱা কোঠা দূৰত যদিও তাই সেই তাচ খেলা লোক কিজনৰ কথা-বতৰা নুশুনাকৈ নাথাকে। শুনি শুনি তাই কেতিয়াবা অতিষ্ঠ হয় আৰু ভাবে, আৰতি থকাহেঁতেন দিবাকৰে তেনেকৈ ঘৰত তাচৰ আড্ডা বহুৱাব নোৱাৰিলেহেঁতেন। মুখেৰে কোনোদিন দিবাকৰে স্বীকাৰ কৰা নাছিল, তথাপিও সি জানে যে আৰতিক সি ভয়ো কৰে, শ্ৰদ্ধাও কৰে। পিতৃ-মাতৃৰ মৃত্যুৰ পিচত আৰতি ঘৰখনৰ বিবেক স্বৰূপ হৈ উঠিছিল—কোনোবা এটা সময়ত আহি দিবাকৰ তাইৰ কাষত নম্ৰ আৰু ক্ষান্ত হৈ পৰিছিল। কিন্তু মিনতিৰ মুখত এই নতুন তাচ খেলাৰ কথা শুনি তাই বিব্ৰত হ'ল, মন তাইৰ অশান্ত হ'ল

দিবাকৰৰ কথা ভাবি নহয়, অশান্ত হল মিনতিৰ কথা ভাবি। মিনতিৰ চৰিত্ৰ আৰু ব্যক্তিত্বৰ ওপৰত তাইৰ বিশ্বাস আছিল যথেষ্ট, কিন্তু এনে এক হুলস্থুল পৰিবেশত তাই জানো নিজক সদায়ে ঠিক মতে ৰাখিব পাৰিব?

ঘৰৰ বাহিৰলৈ আহি আৰতিয়ে ঘৰখনৰ ক্ৰমে গাঢ় হৈ অহা ভাঙন পুনৰ লক্ষ্য কৰি ম্ৰিয়মান হ'ল। ঘৰখনৰ উন্নতিৰ বাবে দিবাকৰে সামান্য যত্নও কৰা নাই। বিয়াৰ পিচত দিবাকৰে এবাৰ নে দুবাৰ ৰমেশক লগ পোৱাৰ কথা তাই জানে। দিবাকৰক যথেষ্ট পৰিমাণৰ সাহায্য দিবলৈ ৰমেশৰ ইচ্ছা থকাৰ কথাটো দিবাকৰৰ পৰাই তাই শুনিবলৈ পাইছিল। কিন্তু ইতিমধ্যে দিবাকৰে সেই ধন আনি যদি আচল কামত ব্যয় কৰা নাই?

আৰতিয়ে মন আৰু শৰীৰত ক্লান্তি অনুভৱ কৰিলে। কিন্তু দিবাকৰক আচল কথাটো সুধিবৰ বাবে তাই তাক তিনি দিনেও ওচৰলৈ আনিব নোৱাৰিলে। কামৰ চেলু লৈ সি তাইৰ পৰা আঁতৰি ফুৰিবলৈ ধৰিলে। তিনি দিনৰ পিচত আৰতি স্বামীগৃহলৈ যাবলৈ ওলাল আৰু ঘৰৰ সকলো কথা তাইক চিঠিৰে জনাবৰ বাবে মিনতিক কৈ গ'ল।

ঘৰৰ পৰা উভতি অহাৰ এসপ্তাহৰ পিচত। ব্যৱসায় সংক্ৰান্তত ৰমেশ কলিকতালৈ গৈছিল।

দুপৰীয়া ভাত খাই আৰতিয়ে ড্ৰইং ৰুমত বহি এখন নতুন আলোচনী চাই আছিল। এনেতে এগৰাকী তিৰোতা আহি দুৱাৰমুখত উপস্থিত হ'লহি।

আৰতি থিয় হ'ল, নমস্কাৰ জনাই তিৰোতা গৰাকীক চকীত বহিবলৈ ক'লে। তিৰোতা গৰাকীয়ে প্ৰতি-নমস্কাৰ নজনালে, কিছু সময় ইতঃস্তত কৰি চকী এখনত বহিল আৰু বহিয়েই মুখত কোনো কথা নোহোৱাকৈ আৰতিৰ মূৰৰ পৰা ভৰিলৈকে বিস্মিতভাৱে চাবলৈ ধৰিলে।

তিৰোতাগৰাকী বৃদ্ধাই নে আদহীয়াই আৰতিয়ে প্ৰথমতে নিৰ্ণয় কৰিব নোৱাৰিলে। তেওঁৰ পোছাক পৰিচ্ছদত গ্ৰাম্য পৰিবেশ সম্পূৰ্ণ, পকা চুলি স্পষ্টভাৱে চকুত পৰে, চকুৰে-মুখে সৰলতা আৰু দৃষ্টিত এক ভয়-ভাৱ প্ৰকট।



ভালেমান সময় তেওঁ আৰতিলৈ চোৱাৰ পিচত সুধিলে, "কাকতি বোপা নাইনেকি?"

"নাই। তেখেত কলিকতালৈ গৈছে।"

"মই তেনেহ'লে এতিয়া উঠোঁহে।"

"অলপ বহক। আপোনাৰ অহাৰ কাৰণটো জানিব পাৰোনে? তেখেতক কি বুলি ক'ম?"

"এজনী বুঢ়ী আহিছিল বুলি ক'লেই হব।"

"আপুনি প্ৰায়েই ইয়ালৈ আহেনেকি?"

"মাহৰ প্ৰথম সপ্তাহত সদায়েই আহোঁ।"

"কি কাৰণে আহে, জানিব পাৰোনে?"

মহিলাগৰাকীয়ে এইবাৰ মুখমণ্ডলৰ শঙ্কাভাৱ গোপন কৰি ৰাখিব নোৱাৰিলে। তথাপিতো সহজ হবলৈ যত্ন কৰি তেওঁ ক'লে, "এনেয়ে তেওঁক লগ পাবৰ বাবে আহোঁ।"

এই বুলি কৈ তেওঁ থিয় হ'ল। আৰতিয়ে সুধিলে, "অলপ বহক। তামোল-চাহ খাই যাব।"

"আজিলৈ থক বাৰু আইদেউ! বাছ ধৰিব নোৱাৰিলে মই বিপদত পৰিব লাগিব।"

ওলাই যোৱা তিৰোতা গৰাকীক ভালভাৱে পৰ্য্যবেক্ষণ কৰি আৰতি বাৰাণ্ডাৰ চকী এখনত বহিল। মাহৰ প্ৰথম সপ্তাহত তেওঁ সদায় এবাৰ আহে। কিয় আহে? এই গাৱঁৰ পৰা অহা বুঢ়ী গৰাকীৰ লগত ৰমেশৰ সম্পৰ্ক কি? সম্পৰ্ক যদি স্বাভাৱিকেই হ'লহেঁতেন তেন্তে তেওঁ নিজৰ পূৰ্ণ পৰিচয়েৰে এক ঘৰুৱা পৰিবেশত চাহ-জলপান খাই নগ'ল কিয়? আৰতি সেইসকল লোকৰ পৰ্য্যায়ৰ যি মানুহৰ ভাল গুণটোহে প্ৰথমতে দেখে; মানুহৰ বেয়া গুণৰ প্ৰতি সজাগ তাই প্ৰথমতে কোনোদিন নহয়। মানুহগৰাকীয়ে ৰমেশৰ ওচৰলৈ সাহায্য বিচাৰিও আহিব পাৰে। কত মানুহ তেনেকৈ আঢ্যৱন্ত লোকৰ ওচৰলৈ আহে। তথাপিও মানুহ গৰাকীৰ শঙ্কিত মুখৰ কাৰুণ্যই আৰতিক চিন্তান্বিত কৰি তুলিলে—নাৰী-সুলভ স্বাভাৱিক কৌতূহলেই সম্ভৱ সেই চিন্তাৰ মূল। তাই ভাবিলে, ৰমেশ আহিলেই সুধি আচল কথাটো তাই জানিব পাৰিব।

সেইদিনা গধূলি ঘৰৰ সন্মুখৰ বননিত বহুত সময় আৰতি বহিছিল। ওপৰলৈ চাই দেখিলে, বৰ্ষামুখৰ আকাশত ক'লা ডাৱৰৰ মাজত অষ্টমীৰ জোনে নিজৰ বৈশিষ্ট্য ৰক্ষা কৰিবলৈ প্ৰাণপণে যত্ন কৰিছে। এডোখৰ ক'লা ডাৱৰে জোনটোক গ্ৰাস কৰিলে তাই হঠাতে সচকিত হৈ উঠে আৰু আকুল প্ৰতীক্ষাৰে ক'লা ডাৱৰৰ পৰা ওলোৱা জোনটোৰ বাবে ওপৰলৈ চাই থাকে। এনে প্ৰতীক্ষাৰ যেন শেষ নাই! ৰাণীৰ দৰে উজ্জ্বল হৈ থকা জোনক যেন হঠাতে কোনো এক ক'লা দৈত্যই গ্ৰাস কৰিবলৈ লৈছে—আৰতিৰ মনত বাৰে বাৰে এই আশঙ্কা ঘনীভূত হৈ উঠিছিল। ক্লান্তভাৱে তাই চকু নমাই দেখিলে ঘৰৰ আগৰ আলিৰ কাষত দুৰ্বলভাৱে জ্বলি আছে কেইটামান লাইট। প্ৰচণ্ড গতিত একোখন যান একালৰ পৰা সিফাললৈ আঁতৰি গৈছে। কোনো এক পৰিচিত ফুলৰ গোন্ধ তাইৰ নাকত লাগিছিলহি। অলপ পৰলৈ হ'লেও মন তাইৰ আনন্দিত হ'ল।

বাহিৰত এনেদৰে বহিলেই আৰতিৰ বৰ বেচিকৈ মনত পৰে মিনতিলৈ। এনে এক গধূলি মিনতিয়ে অকলে কি কৰে, কি ভাৱে, ক'ত ফুৰে, জানিবলৈ, প্ৰত্যেকটো বিষয়কে ভালদৰে জানিবলৈ, তাই ব্যাকুল হৈ উঠে। বিয়াৰ ঠিক পিচতে তাই ভাবিছিল, মিনতিকো আনি তাইৰ লগত ৰাখিব। নিজৰ চকুৰ আগত তাই উচ্চ-শিক্ষা লাভ কৰিব, ডাঙৰ হব। কিন্তু দিবাকৰৰ বাবেই তাই তাইক আনিব নোৱাৰিলে। মিনতিও আঁতৰি আহিলে দিবাকৰ একেবাৰে বনৰীয়া হৈ উঠিব। মিনতিৰ প্ৰতি থকা দায়িত্বৰ বাবেই এতিয়া সি ঘৰত থাকিবলৈ লৈছে। নহ'লে অকল ঘৰটোৰেই নহয়, তাৰ নিজৰো কি হ'লহেঁতেন, কোনেও কব নোৱাৰে।

মিনতিৰ কথা ভবাৰ লগতে তাইৰ মনৰ চকুৰ আগত থিয় হয়হি সেই ককাকৰ দিনতে নিৰ্মাণ কৰা ঘৰটো। ঘৰটোৰ প্ৰত্যেকটো বিন্দুৱেই তাইৰ পৰিচিত; ঘৰটোৰ ধ্বংসপ্ৰাপ্ত অৱস্থাটো অতি প্ৰকট-ভাৱে তাই যেন দেখিবলৈ পায়। তেতিয়াই তাইৰ নিশ্বাসৰ গতি ক্ষিপ্ৰতৰ হয়, বুকুৰ একালত তাই বিষ অনুভৱ কৰে।

পিচদিনা ৰমেশ আহিলত আৰতিয়ে সহজ ভাৱেই তিৰোতা এগৰাকী আহিছিল বুলি ক'লে। ৰমেশ য'তেই আছিল তাতেই থিয়



হৈ ৰল আৰু সি অনুভৱ কৰিলে যেন শৰীৰৰ কোনোবা এটা অংশ কঁপিবলৈ ধৰিছে। কিন্তু তাৰ মুখলৈ দৃঢ়ভাৱে চাই থকা পত্নীৰ সন্মুখত অত্যন্ত ধৈৰ্য্যৰে স্বাভাৱিক হবলৈ সাহস সংগ্ৰহ কৰি তেওঁ ক'লে, "সাহায্য বিচাৰি অহা তিৰোতা। কত মানুহ আহে তেনেকৈ সাহায্য বিচাৰি। কিবা কৈছিলনেকি তেওঁ?"

"বিশেষ একো কোৱা নাই। কিন্তু তেওঁ মাহৰ প্ৰথম সপ্তাহত এবাৰকৈ কিয় আহে?"

একেবাৰে স্বাভাৱিক হোৱাৰ অভিনয়েৰে এটা ক্ষীণ হাঁহিৰে ৰমেশে ক'লে, "মাহে মাহে সাহায্য বিচাৰি আহে। সাহায্য বিচাৰি অহা মানুহৰ লগত তোমাৰ কি কথা থাকিব পাৰে? দেখিলেও সেইবোৰৰ লগত কথা নাপাতিবলৈ মই তোমাক কওঁ।"

এই গোটেই সময়খিনিত আৰতিয়ে ৰমেশৰ মুখলৈ অতি দৃঢ়তাৰে চাইছিল আৰু মুহূৰ্তে মুহূৰ্তে পৰিবৰ্তন হোৱা সেই মুখৰ অভিব্যক্তিয়ে তাইৰ কৌতূহল দুগুণে বঢ়াই তুলিলে। বহুত মানুহ সাহায্য বিচাৰি আহে। কিন্তু এই গৰাকী তিৰোতাৰ কথা শুনি ৰমেশ এনেদৰে বিব্ৰত হ'ল কিয়?

ৰমেশ বিব্ৰত হওক বা যিয়েই হওক, মানুহ গৰাকীৰ কথা তেতিয়াৰ পৰা একেবাৰে পাহৰি যাবলৈ তাই সিদ্ধান্ত কৰিলেহেঁতেন। কিন্তু তেতিয়াই এটা ঘটনা ঘটিল। ঘৰৰ বাৰাণ্ডালৈ আহি ৰমেশে কাম কৰা মানুহটোক নিৰ্দেশ দিলে, "বুঢ়ীক তই কৈ দিবি তেওঁ যেন মোৰ অফিচলৈ সদায় যায়। ভুলতো যেন মোৰ ঘৰত নোসোমায়। আৰু শুন"—এইবুলি মানুহটোৰ কাষলৈ আহি ৰমেশে ক'লে, "আইদেউৰে যেন কেতিয়াও বুঢ়ীক লগ পাব নোৱাৰে।"

ৰমেশৰ বিশ্বাস হ'ল, ভিতৰত থকা আৰু সন্দেহৰ অতি উৰ্দ্ধত উঠা আৰতিয়ে তাৰ সেইখিনি কথা শুনা নাই। কিন্তু সেই সময়ত বাহিৰলৈ ওলাই আহিবলৈ ধৰি ৰমেশৰ কথা শুনি আৰতি পৰ্দাৰ আঁৰত ৰৈ গৈছিল।

আৰতিৰ নাকৰ পোনে পোনে থকা কপালৰ ৰেখাডাল ডাঙৰ হ'ল।

ঈৰ্ষা আৰু সন্দেহ আৰু বিদ্বেষৰ আৰতি সদায় উৰ্দ্ধত আছিল। ঈৰ্ষাপৰায়ণ হোৱাটো আৰু সন্দেহ কৰাটো তাই সদায় সাধাৰণ লোকৰ

লক্ষণ বুলি ভাবি আহিছিল। আনক ঈৰ্ষা কৰি, সন্দেহ কৰি অযথা মানুহে মনত দুখ পায়, অযথা অন্যৰ লগত নিজৰ সম্পৰ্ক বিসদৃশ কৰি তোলে। আনৰ দুখত দুখী, আনৰ সুখত সুখী হবলৈ মাকে তাইক এদিন শিকাইছিল। প্ৰাচীন কোনোবা ঋষিৰ "সঁচা কথা কবা" বাণীৰ দৰে মাতৃৰ সেই শিক্ষাও তাইৰ মনত অক্ষয় হৈ থাকিল।

কিন্তু ৰমেশৰ এনে অপ্ৰত্যাশিত নিষ্ঠুৰ ব্যৱহাৰৰ অৰ্থ কি? সাহায্য বিচাৰি তিৰোতা আহে, আহক; কিন্তু তেনে তিৰোতাৰ লগত তাইৰ কথা-বতৰা বন্ধ কৰি দিয়াৰ অন্তৰালত কি ৰহস্য থাকিব পাৰে? তাই ৰমেশৰ বিবাহিতা পত্নী, স্বামীয়ে যি জানে তাক জনাৰ তাইৰো সম্পূৰ্ণ অধিকাৰ আছে। যিজনী তিৰোতাৰ লগত ৰমেশে কথা পাতিব পাৰে, সেইজনী তিৰোতাৰ লগত তাই কথা পাতিব নোৱাৰিব কিয়? কথা পতাত কোনে কি বাধাৰ প্ৰাচীৰ নিৰ্মাণ কৰিব পাৰে?

আৰতিৰ এক দৃঢ় ধাৰণা হ'ল যে ৰমেশে তাইৰ পৰা কিবা এটা গোপন কৰিবলৈ বিচাৰিছে। তাই জানে, তেওঁ তাইক গভীৰভাৱে ভাল পায়; তেওঁৰ ভাল পোৱাত তাই অভিভূত। তেনে ভাল পোৱাৰ বৈশিষ্ট্য ৰক্ষাৰ বাবেই স্বামীয়ে পত্নীৰ অজানিতে একো কৰিব নালাগিব, পত্নীৰ পৰা এক সামান্য কথাও গোপন কৰি ৰাখিব নালাগিব। তাইৰ ব্যক্তিত্বৰ অহঙ্কাৰক যিয়েই আঘাত কৰিব তেওঁৰ আগতেই তাই নিজৰ বৈশিষ্ট্য ফুটাই নুতুলিলে নহব—সেই ব্যক্তি স্বামীয়েই হওক বা অন্য কোনোবাই হওক।

এমাহৰ পিচত প্ৰথম সপ্তাহতে ৰমেশ পুনৰ কলিকতালৈ গ'ল। আৰতিয়ে কাম কৰা মানুহটোক ক'লে, "সেই বুঢ়ী মানুহ গৰাকী কেতিয়াকৈ আহিব?"

সি উত্তৰ দিলে, "কাইলৈ অহাৰ কথা।"

"তই তেওঁক মোৰ ওচৰলৈ লৈ আহিব লাগিব।"

"কিন্তু দেউতাই যে আপোনাৰ ওচৰলৈ আহিবলৈ নিদিয়ে।"

"মোৰ নিৰ্দেশ, মনত ৰাখিবি।"

আৰতিয়ে ভাবিছিল, মনৰ সামান্য কৌতূহল নিবাৰণৰ বাবেই তাই মানুহ গৰাকীক অলপ সময়ৰ বাবে লগ পাব। তাৰ পিচত সকলো



ঠিক হৈ যাব। গাৱঁৰ তিৰোতাৰ লগত কথা পতাটো অশোভনীয় বুলি ভাবিয়েই বোধকৰো তাইৰ স্বামীয়ে তেনেদৰে নিৰ্দেশ দিব লগা হৈছে। সামান্য এক কৌতূহল মাত্ৰ—তাত আপত্তি কৰিব লগা কি আছে!

পিচদিনা দুপৰীয়া তিৰোতা গৰাকীৰ বাবেই আৰতিয়ে অপেক্ষা কৰিছিল। তেওঁক চাহ-জলপান-তামোল খুৱাবৰ বাবেও তাই ব্যৱস্থা কৰিলে।

মুখত আগৰ সেই শঙ্কাৰেই তিৰোতা গৰাকী দুৱাৰ-মুখত থিয় হ'লহি। আৰতি উঠিল আৰু তেওঁক পিচফালৰ বাৰাণ্ডাত নি বহুৱালেগৈ।

"তেখেত কলিকতালৈ গ'ল।"

"মই আহিয়েই শুনিলো।"

"আপোনাৰ ঘৰ নগৰৰ পৰা কিমান দূৰত?"

"আঠ মাইলমান হব।"

"আপোনাৰ ঘৰত আৰু কোন কোন আছে?"

আৰতিৰ এনে এটা প্ৰশ্ন শুনি মানুহ গৰাকীয়ে তললৈ মূৰ কৰি আঙুলিৰে চুলি টানিবলৈ ধৰিছিল।

"আপোনাৰ ঘৰত আৰু কোন কোন আছে?"

"মোৰ ছোৱালীজনী আৰু ল'ৰা এটা আছে।"

"প্ৰত্যেক মাহতে তেখেতৰ পৰা আপুনি সহায় বিচাৰি আহে। তেখেতৰ লগত আপোনাৰ কেতিয়াৰ পৰা চিনাকি?"

"মই সহায় বিচাৰি আহো বুলি কোনে ক'লে?"

এই প্ৰথমবাৰৰ বাবে বৃদ্ধাৰ মুখত দৃঢ়তা ফুটি উঠা আৰতিয়ে দেখিবলৈ পালে।

"আপুনি সহায় বিচাৰি নাহেনেকি?"

"নাহোতোন।"

"তেন্তে কিয় আহে?"

"আইদেউ, সেই কথা মই এতিয়া আপোনাৰ আগত কব নোৱাৰিম।"

"মোক আপুনি তুমিকে বুলিব। আপোনাৰ ছোৱালীৰ সমান বয়সহে মোৰ হব। এতিয়া কক, আপুনি মাহেকত এবাৰকৈ কিয় আহে?"

"সেই কথা মই আপোনাক কব নোৱাৰিম, আইদেউ।"

"কিয় কব নোৱাৰিব ?"

"কাকতি বোপাই নকববৈ কৈছে।"

"মই তেওঁৰ তিৰোতা বুলি আপুনি জানে।"

"সেইটো জানো।"

"গতিকে, তেওঁৰ আৰু মোৰ মাজত কোনো প্ৰভেদ নাই। তেওঁ যিটো কথা জানিব লাগে, সেইটো কথা ময়ো জানিব লাগে।"

বৃদ্ধাই তললৈ মূৰ কৰি অলপ সময় মূৰৰ চুলি আঙুলিৰে টানিবলৈ ধৰিছিল।

কাম কৰা ল'ৰা এটাই বৃদ্ধাৰ আগত চাহ আৰু তামোল থৈ গ'ল, তেওঁ সেইফালে নাচালেই।

আৰতিয়ে লক্ষ্য কৰিলে, বৃদ্ধাই তাইলৈ দৃঢ়ভাবে চাই কিবা এটা কোৱাৰ যেন যত্ন কৰিছে। শঙ্কাৰ ঠাইত দৃঢ়তা পৰিলক্ষিত হোৱা তেওঁৰ মুখ দেখি আৰতি অলপ আচৰিত হ'ল।

"শুনক আইদেউ! মই মগনীয়া নহওঁ। মাহে মাহে ইয়ালৈ মগনীয়াৰ দৰে সহায় বিচাৰি অহা তিৰোতা মই নহওঁ। মাহে মাহে মই পাবলগীয়া টকা নিবলৈ আহো।"

"আপোনাৰ পাবলগীয়া টকা ?"

"এৰা, পাবলগীয়া টকাই। মই আপোনাক কৈছিলো যে মোৰ ছোৱালী এজনী আৰু ল'ৰা এটা আছে। সেই ল'ৰাটো মোৰ নিজৰ নহয়।" তেওঁ অলপ সময় ৰ'ল।

পৰম কৌতূহলেৰে আৰতিয়ে সুধিলে, "ল'ৰাটো আপোনাৰ নহয় ?"

"নহয়। কিন্তু আপুনি এইবোৰ কথা কাকতি বোপাক ক'লে মোৰ বৰ বিপদ হব।"

"তেখেতক নকওঁ। আপুনি ভয় নকৰিব।"

আৰতিৰ কথা বৃদ্ধাই বিশ্বাস কৰিলে। নিজৰ গ্ৰাম্য সৰলতাৰেই তেওঁ বিশ্বাস কৰিলে। নিজৰ নাৰীসুলভ উপলব্ধিৰে তেওঁ বুজিব পাৰিলেহেঁতেন পত্নীৰ আগত কোৱা কোনো বিশেষ কথাই স্বামীৰ পৰা গোপন কৰি ৰাখিব নোৱাৰি।

"সেই ল'ৰাটো কাকতি বোপাৰ।"



"কাৰ ?" হঠাৎ আৰতিৰ কণ্ঠস্বৰ কৰ্কশ হ'ল।

"কাকতি বোপাৰ।"

এই বুলি কৈয়েই বৃদ্ধা থিয় হ'ল। থিয় হৈয়েই ক'লে, "গোটেই কথাখিনি পিচত লগ পালে মই আপোনাক কব পাৰিম, আইদেউ। এতিয়া মই যাওঁ।"

বৃদ্ধা আঁতৰি গ'ল।

তেওঁক পুনৰ মাতি আনি গোটেই কাহিনীটো শুনিবৰ বাবে আৰতিয়ে এবাৰ চকীৰ পৰা উঠিবলৈ যত্ন কৰিছিল। কিন্তু সমগ্ৰ শৰীৰত তাই অকস্মাতে ইমান দুৰ্বলতা অনুভৱ কৰিলে যে চকীৰ পৰা উঠিব নোৱাৰিলে। সোঁহাতখন তেওঁৰ ফালে দাঙি ধৰিছিল, কিন্তু কিবা এটা নিৰ্দেশ দিয়াৰ আগতে দুৰ্বল হাতখন তললৈ নামি আহিল।

শ্ৰান্ত, ক্লান্তভাৱে অলপ সময়ৰ পিচত আৰতি নিজৰ শোৱা কোঠালৈ উঠি গ'ল আৰু নিজৰ বিচনাত বাগৰি তাই হুকহুকাই কান্দিবলৈ ধৰিলে।

গাৱঁৰ পৰা অহা বৃদ্ধাৰ মাত্ৰ এষাৰ কথাই তাইৰ জীৱনৰ স্বপ্ন এনেদৰে চুৰমাৰ কৰি থৈ গ'ল। তাইৰ ধাৰণা হ'ল, বৃদ্ধা সোমোৱাৰ আগৰ ঘৰ আৰু তেওঁ ওলাই যোৱাৰ পিচৰ এই ঘৰ একেখন ঘৰ নহয়। সোমোৱাৰ আগৰ কথাৰ লগত ওলাই যোৱাৰ পিচৰ কথাৰ কোনো সম্পৰ্ক নাই। হঠাতে তাইৰ অন্তৰৰ কঁপনি তীব্ৰ হৈ উঠিল। এই ঘৰৰ প্ৰতিটো অণু-পৰমাণুৰ লগতে নিজৰ গভীৰ সম্পৰ্ক গঢ়ি তোলা তাই আজি নিজকে সুদূৰ বিদেশিনী বুলি ভাবি ল'লে। বালিৰ ঘৰৰ দৰে বৈবাহিক জীৱনক কেন্দ্ৰ কৰি গঢ়ি তোলা অনেক আশা আৰু স্বপ্ন যেন নিঃশেষ হৈ আহিল!

এটা সময়ত তাইৰ কান্দোন বন্ধ হ'ল। কান্দি কান্দি তাই নিজেই বিচনাৰ পৰা উঠিব নোৱাৰাকৈ দুৰ্বল হব বুলি ভাবিছিল। কিন্তু বিচনাৰ পৰা উঠিয়েই তাই নিজৰ শৰীৰত এক অদ্ভুত শক্তি লাভ কৰিলে। সেই শক্তি এইখন ঘৰত তাইৰ নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ সাজু হোৱাৰ শক্তি। প্ৰকাণ্ড আয়নাখনৰ আগত তাই থিয় হ'ল, চাদৰৰ আঁচলেৰে গালেদি বৈ অহা চকুপানী মচি ল'লে। এইবাৰ তাই বিচনাৰ কাষৰে আৰামী চকী এখনত বহিল আৰু বহাৰ লগে

লগে ৰমেশৰ এবাৰ কথা মনত পৰিল। বিয়াৰ ঠিক পিচতে এদিন তেওঁ সুধিছিল, মানুহ শুধৰণিৰ উৰ্দ্ধত হয়নে নহয়? মানুহে কিবা এটা দোষ কৰিলে নিজৰ অনুশোচনাৰ দ্বাৰা তাৰ পৰা মুক্তি পাব পাৰেনে নোৱাৰে? সেইদিনা তাই তেওঁক কৈ দিয়া প্ৰয়োজন আছিল যে, মুক্তি পোৱা-নোপোৱাটো দোষৰ প্ৰচণ্ডতাৰ ওপৰত নিৰ্ভৰ কৰে। ৰমেশে যি দোষ কৰিছে, তাৰ পৰা যদি তেওঁ মুক্তি পাওঁ বুলি ভাবিছে তেন্তে তেওঁ নিজক ফাঁকি দি আছে। এইটোতো আচলতে এটা দোষ নহয়! এইটো এটা ভয়ঙ্কৰ পাপ। গাৱঁৰ এগৰাকী সৰল নাৰীক বিপদত পেলোৱা হৈছে আৰু লগে লগে নিজৰ বিবাহিতা পত্নীৰ লগত কৰা হৈছে বিশ্বাসঘাতকতা। এনে বিশ্বাসঘাতকতা এইখন সমাজৰ আন কৰবাত সংঘটিত হৈছেনে নাই, তাই নাজানে। কিন্তু তাই জানে, এই বিশ্বাসঘাতকতাৰ বাবে ৰমেশক তাই কোনোপধ্যেই ক্ষমা কৰিব নোৱাৰে।

আৰতি ভাবি ভাবি ম্ৰিয়মান হ'লঃ বিয়াৰ প্ৰথম এবছৰ কাল এনে এটা ভয়ঙ্কৰ কথা ৰমেশে তাইৰ পৰা গোপন কৰি ৰখাৰ সাৰ্থকতা দেখিলে! ৰমেশে কি ভবা নাছিল, আৰু এই আশঙ্কাই কি তেওঁৰ হৃদয় আক্ৰান্ত কৰা নাছিল যে এনে এক মাৰাত্মক অপৰাধৰ কথা তাই এদিন জানিবলৈ পাব? এনে এক মাৰাত্মক অপৰাধৰ কথা প্ৰচাৰ নোহোৱাকৈ থাকিব পাৰে বুলি ৰমেশে ভাবিব পাৰে কেনেকৈ? তেওঁৰ কি বিবেক-বিবেচনা একো নাই? নহ'লে কি তেওঁ ভাবিছিল, স্বামী বুলি তাই তেওঁৰ সেই অপৰাধৰ কথা পাহৰি যাব? বা তাই তেওঁৰ ভালপোৱাৰ কথা স্মৰণ কৰি আৰু তেওঁৰ মুখলৈ চাই ক্ষমা কৰিব? তেওঁ কি ভাবিছিল, তাই পত্নী যেতিয়া কিবা এক মৰমৰ কথা ক'লেই বা তাইৰ হাতত ধৰি গাৰ কাষলৈ আনিলেই তেওঁৰ এবি অহা জীৱনৰ সকলো অপৰাধ আৰু গ্লানি তাই কোনো এক সামান্য স্বপ্নৰ কাহিনীৰ দৰে পাহৰি যাব?

খণ্ডত আৰু ক্ষোভত আৰতিৰ কপালৰ ৰেখাডাল অস্বাভাৱিকভাবে ডাঙৰ হৈ আহিল। চকু দুটা বহলকৈ মেলি তাই দেৱালৰ একো একোটা বিন্দুত দৃষ্টি নিক্ষেপ কৰিবলৈ ধৰিছিল। কোনোবা এখন গাৱঁত এজনী তিৰোতা আছে যি ৰমেশৰ প্ৰথম প্ৰেমৰ ( এই প্ৰেম যে



আচলতে প্ৰেম নহয়, তাইৰ বাহিৰে আৰু কোনে বেচি জানে!) স্বাক্ষৰ বহন কৰি এতিয়াও জীয়াই আছে! এই কথাটো ভবাৰ লগে লগে তাই ভৰি দি থকা মজিয়াখন যেন জোৰেৰে কঁপিবলৈ ধৰিলে। ৰমেশৰ প্ৰেমত সৰ্বস্বান্ত হৈছিল তাই, তেওঁৰ কাষত শুই তাই নাৰী-জীৱনৰ পৰম সাৰ্থকতা ক্ষণে ক্ষণে উপলব্ধি কৰিছিল, উপলব্ধি কৰিছিল স্বামীৰ সান্নিধ্যই নাৰীৰ জীৱন স্বৰ্ণমণ্ডিত কৰি তোলে—নাৰীক ভাৱ দিয়ে, ভাষা দিয়ে, আচলতে এক নতুন জীৱনকে দান কৰে। কিন্তু তাচৰ ঘৰৰ দৰে বিয়াৰ মাত্ৰ কেইমাহমানৰ ভিতৰতে সেই প্ৰেম, সেই আশা-আকাঙ্ক্ষা খহি পৰিল।

সৰু কালৰে পৰা তাই দুটা কথাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। মনৰ পৱিত্ৰতা আৰু উদ্দেশ্যৰ সততা। কিন্তু বিয়াৰ মাত্ৰ কেইমাহমানৰ ভিতৰতে সেই সততা আৰু পৱিত্ৰতাৰ নিৰ্মূল সাধনৰ প্ৰচেষ্টাত তাইৰ অন্তৰাত্মা কঁপি উঠিল। মানুহৰ সেই দুটা মহতী গুণক জয় কৰিবলৈ হলে ৰমেশৰ লগত তাইৰ এক ভয়ানক সংঘৰ্ষ নিশ্চিত। কিন্তু তেনে সংঘৰ্ষৰ শেষত তাইৰ ভৱিষ্যতে কি ৰূপত ধৰা দিব?

কিন্তু তেনেবোৰ কথা ভাবি থকাৰ মাজতে সেই বৃদ্ধা গৰাকীৰ কথা কোৱাৰ ভঙ্গি তাইৰ মনত পৰিল। যদি এনেকুৱা হয় যে সেই বৃদ্ধাৰ প্ৰত্যেকটো কথাই অসত্য। ৰমেশৰ মুখততো তাই শুনাই নাই, কিন্তু আজি তিনি বছৰ ধৰি আন কাৰো পৰাও সেই কাহিনীটো তাই শুনা নাছিল। এনে এটা কথা ভাবি আৰতিয়ে মনত যেন এক ব্যাখ্যা-বিহীন আনন্দ লাভ কৰিলে। সেই বৃদ্ধাৰ প্ৰত্যেকটো কথাই যদি অসত্য হয়, ৰমেশৰ বিৰুদ্ধে অন্য কোনো অভিযোগ থকাৰ বাবে তেওঁ যদি তেনেকৈ অযথা কুৎসা ৰটনা কৰি থাকে, তেতিয়া তাইৰ দৰে সুখী সেই সময়ত পৃথিৱীত আৰু কোন হব? ঈশ্বৰক তাই খাটিলে, গাৱঁৰ পৰা অহা সেই বৃদ্ধাৰ সেই কথা যেন অসত্যত পৰিণত হওক। পানীৰ বুকুৰ পৰা উঠি অহা বাষ্পৰ দৰে সেই কথা যেন শূন্যত বিলীন হৈ যাওক। এনে এটা কৰিব নোৱাৰিনে বা এনে এটা কাণ্ড সম্ভৱ নহয়নে যে তাই নিজে গাওঁ, বা নগৰৰ পৰা অহা কোনো এজনী তিৰোতাৰ বাবে কেতিয়াও কতো অপেক্ষা কৰি থকা নাছিল? ঘৰৰ

মাজলৈ সোমাই আহি বাৰাণ্ডাত সৌখন চকীতে বহি ৰমেশৰ অতীতৰ কোনো কথা তাইক কোৱাহি নাছিল! তেনে এক কাণ্ড সংঘটিত নহয় কিয়! কিবা এক অলৌকিক শক্তিৰ প্ৰভাৱত জীৱনৰ সেই এটা অধ্যায়ৰ যেন বিলুপ্তি সাধন ঘটক।

কিন্তু তাই পাহৰিবলৈ হাজাৰ ইচ্ছা কৰিলেও এগৰাকী বৃদ্ধা বিচিত্ৰ ভাৱে আহি বাৰাণ্ডাত বহিছিলহি আৰু কোনো এক নাটকৰ এটা চৰিত্ৰৰ দৰে সেই ভয়ঙ্কৰ কথা তাইৰ আগত কৈছিল। ইয়াতকৈ ডাঙৰ সত্য তাইৰ বাবে আজি আন একো নাই। তথাপিও সেই গাৱঁত থকা জীয়েক আৰু পুতেকৰ সমস্ত কাহিনীটো বৃদ্ধাৰ মুখত নুশুনা পৰ্য্যন্ত তাই প্ৰকাশ্যে ৰমেশক আঘাত কৰাৰ পৰা বিৰত থাকিবলৈ সিদ্ধান্ত কৰিলে। সংঘৰ্ষ আৰু তাৰ পৰিণামত যেতিয়া বিচ্ছেদ অনিবাৰ্য্য তেতিয়া দুদিন অপেক্ষা কৰিলে তাইৰ মনৰ অশান্তি বাঢ়িব পাৰে, কিন্তু অন্য লোকচান একো নহয়।

পিচদিনা ৰমেশ কলিকতাৰ পৰা ঘূৰি আহিল। ৰমেশৰ মুখত আগৰ দৰেই সেই ভালপোৱা আৰু আনন্দৰ কথা। সৰল, সহজ ভাবে সি কয় কেনেকৈ তাইৰ অবিহনে এই-কেইদিন তেওঁ বিৰহ বেদনাত কটাব লগা হৈছিল, কলিকতা মহানগৰীৰ যি কোনো এটা সুন্দৰ বস্তু দেখিলেই কেনেকৈ তাইৰ সুন্দৰ মুখখনলৈ মনত পৰিছিল, নগৰীৰ পথত দেখা যিকোনো এগৰাকী সুন্দৰী নাৰীৰ লগত তাইৰ চেহেৰাৰ সাদৃশ্য কল্পনা কৰি সি কেনেকৈ সুখৰ স্বপ্নত বিভোৰ হৈ আছিল, তাইৰ বাবে বিখ্যাত দোকানত দামী কাপোৰ কিনিবলৈ পাই তেওঁৰ বুকু কেনেকৈ আনন্দত উথলি উঠিছিল, ইত্যাদি। এক আশ্চৰ্য্য শক্তিৰ প্ৰভাৱত ৰমেশৰ কাষত তাই আগৰ দৰে অত্যন্ত স্বাভাৱিক হোৱাৰ চেষ্টা কৰিছিল আৰু বাৰে বাৰে সফলো হৈছিল। ৰমেশৰ মনত সন্দেহৰ ভাৱ সৃষ্টি নকৰিবৰ বাবেই সেইদিনা ৰাতিও তাই তেওঁৰ লগতে শুইছিল। কিন্তু নিদ্ৰাবিহীনভাৱে এটা দীঘলীয়া ৰাতি অতিবাহিত হ'ল। ৰমেশৰ বাহুবন্ধনীৰ মাজত সোমায়ো তাই ক্ষণে ক্ষণে অনুভৱ কৰিছিল ৰমেশ তাইৰ জীৱনৰ প্ৰথম পুৰুষ হলেও তাই ৰমেশৰ জীৱনৰ প্ৰথম নাৰী নহয়। এই উপলব্ধি হোৱাৰ মুহূৰ্ততে তাইৰ দুচকুৰ পৰা গোপনে নিৰ্বিবাদে পানী ওলাই আহিল। ৰমেশৰ



যি দুটা হাতে তাইক সাৱটি ধৰি আছে, সেই দুটা হাতৰ স্পৰ্শ লাভ কৰিছিল এদিন এই নগৰৰে অনতিদূৰত থকা কোনো এক তিৰোতাই। তাইৰ আগত ৰমেশে যি ভালপোৱা আৰু সুখৰ কথা কয়, সেই একে কথাকে একে ভঙ্গিতে শুনিবলৈ পাইছিল অন্য এগৰাকী নাৰীয়ে। নিদ্ৰিত ৰমেশৰ যি উত্তপ্ত নিশ্বাস তাই আজি অতি কাষৰ পৰা অনুভৱ কৰিছে, সেই একে নিশ্বাসকে একেদৰে অনুভৱ কৰিছিল আন এগৰাকী নাৰীয়ে মাত্ৰ কেইবছৰমানৰ আগতে। নিদ্ৰিত ৰমেশৰ কাষত তাই আজি প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিলে ঃ যদিও দুয়োৰো শৰীৰৰ মাজত বতাহৰ বাবেও সামান্য ব্যৱধান নাই, তথাপিও দুখন অন্তৰৰ মাজত থকা এই সম্পৰ্কহীনতা অস্বীকাৰ কৰিবৰ বাবে শক্তি, ক্ষমতা, ধৈৰ্য্য তাইৰ একোৱেই নাই।

তিনিদিনৰ পিচত আৰতিয়ে সেই কাম কৰা মানুহটোক মাতি আনি কলে, "মোৰ বাবে তই এটা ডাঙৰ কাম কৰিব লাগে।"

আইদেউক কিবা এটা কৰি দিব পৰাৰ গৰ্বেৰে মানুহটোৱে কলে, "কওক আইদেউ, আপুনি যি কয়, মই তাকে কৰিম।"

"গাৱঁৰ পৰা অহা সেই মানুহ গৰাকীক মোক আকৌ এবাৰ তই লগ কৰাই দিব লাগে।"

"কিন্তু দেউতাই যদি জানে, আইদেউ?"

"দেউতাৰে জানিলে কি হয়?"

"মানুহজনী আহিলে আপুনি যাতে লগ পাব নোৱাৰে তাৰবাবে দেউতাই ঘৰ আৰু অফিচৰ সকলো কাম কৰা মানুহকে টানকৈ কৈ দিছে।"

"মানুহবোৰে বুঢ়ী কিয় ইয়ালৈ আহে জানেনেকি?"

তললৈ মূৰ কৰি মানুহটোৱে ক'লে, "জানে, আইদেউ! সকলোৱে জানে।"

আৰতিৰ ভৰি দুটা যেন কঁপিবলৈ ধৰিছিল। দৃষ্টি তাইৰ ধূসৰ হৈ আহিছিল। সন্মুখত আইনা এখন থকাহেঁতেন তাই দেখিলেহেঁতেন যে কপালৰ সেই ৰেখাদাল প্ৰকট হৈ উঠিছে।

দৃঢ় মাতেৰে তাই কলে, "তই কেতিয়া আকৌ তেওঁক মাতি আনিব পাৰিবি?"

"সোনকালেই পাৰিম, আইদেউ! কিন্তু দেউতাই জানিলে মোৰ—।"

"দেউতাৰে জানিবলৈ নাপায়। যা।"

তিনিদিনৰ পিচত এদিন দুপৰীয়া কাম কৰা মানুহটোৱে আৰতিক আহি ক'লেহি যে মানুহ গৰাকীয়ে তেওঁক লগ পাবৰ বাবে বাহিৰত অপেক্ষা কৰিছে। মানুহটোৱে ভালদৰে জানে যে ভাত খায়েই ৰমেশ অফিচলৈ গৈছে আৰু সন্ধিয়াৰ আগতে সাধাৰণতে তেওঁ ঘৰলৈ উভতি নাহে।

আৰতিয়ে তিৰোতা গৰাকীক এইবাৰ নিজৰ শোৱা কোঠালৈ মাতি নিলে আৰু দুৱাৰখন বন্ধ কৰি দিলে। ৰমেশে আহি দেখিলেও তাইৰ বিশেষ ভয় কৰিব লগা নাই। সংঘৰ্ষ অনিবাৰ্য্য যেতিয়া এটা বা দুটা দিনৰ হয়তো আগলৈ অহাটো একো কথা নহয়।

বন্ধ কোঠাৰ ভিতৰত বহি ধীৰে ধীৰে সেই তিৰোতাই আৰতিক ক'লে এই কাহিনী ঃ

ছবছৰৰ আগৰ কথা।

ৰমেশ তেতিয়া চৰকাৰী বিষয়া আছিল।

চৰকাৰী কামত ৰমেশ বিজুলীহঁতৰ (বিজুলী বৃদ্ধাৰ একমাত্ৰ সন্তান) ঘৰৰ ওচৰৰ ডাক-বঙলাত কেইদিনমান থাকিবলৈ লৈছিল। বিজুলীৰ দেউতাক দ্বিতীয় মহাসমৰৰ সৈনিক আছিল আৰু সেই যুদ্ধতে তেওঁৰ হৈছিল মৃত্যু। চৰকাৰৰ পৰা পোৱা মাহেকৰ টকাৰে আৰু আধি দিয়া মাটিৰ পৰা পোৱা ধানেৰে মাক আৰু জীয়েকে জীৱিকা নিৰ্বাহ কৰিছিল। গাৱঁৰ লোকৰ পৰা তেওঁলোকে আশাতীত সহায় আৰু মৰমো লাভ কৰিছিল।

স্থানীয় প্ৰাইমেৰী আৰু এম-ভি স্কুলত পঢ়ি থাকোঁতে বিজুলীৰ প্ৰখৰ বুদ্ধিয়ে কৰিছিল সকলোৰে দৃষ্টি আকৰ্ষণ! কিন্তু ইংৰাজী স্কুল ওচৰত নথকাত তাই সিমানতে পঢ়া শেষ কৰিব লগা হ'ল। মাকে তাইক ৰামায়ণ-মহাভাৰতৰ সাধু কয় আৰু তিৰোতাৰ ভাগ্যত ঘটা দুখৰ কথা কওঁতে তাইৰ দুগালেদি কেতিয়াবা চকুলো বাগৰি আহে। মাকে কয়, সীতাৰ গোটেই জীৱনটো দুখৰে আছিল, অথচ সীতাৰ দৰে



সতী আৰু আদৰ্শ তিৰোতা পৃথিবীত নাই। ৰাৱণে নি সীতাক অশোক বনত বন্দী কৰি ৰাখিছিল যদিও তেওঁ ৰাৱণক এযাৰো বেয়া কথা কোৱা নাছিল। সৎ তিৰোতাই অতি বিপদ কালতো বেয়া কথা মুখলৈ নানে।

মাকে কৈছিল, সীতাই সদায় তললৈ মূৰ কৰি নিজৰ ভৰিৰ আঙুলিলৈ চায় খোজ কাঢ়ে। সতী তিৰোতাই বাটেদি যাওঁতে ক'লৈকো নাচায়। মাকৰ তেনে কথাত মুগ্ধ হৈ বিজুলীয়েও তললৈ মূৰ কৰি নিজৰ ভৰিৰ বুঢ়া আঙুলিলৈ চাই চাই খোজ কাঢ়িছিল। মাকৰ কথা প্ৰত্যেক ক্ষেত্ৰতে তাই পালন কৰিছিল। মাকৰ মুখেদি তাই নিজৰ দেউতাকৰ কথা শুনে। নিজৰ কৰ্ত্তব্য পালন কৰি তেওঁ মৃত্যুক আঁকোৱালি ল'লে। তাই মাতৃ-গৰ্ভত থকা অৱস্থাতে দেউতাক এদিন আঁতৰি গৈছিল; দেউতাকৰ বীৰত্বৰ কথা শুনি তাই গৌৰৱবোধ কৰে।

চৰায়ে নিজৰ পোৱালিক ডেউকাৰ আঁৰত অতি যত্নেৰে ৰখাৰ দৰে মাকেও বিজুলীক বাহিৰা পৃথিবীৰ প্ৰভাৱৰ পৰা আঁতৰাই ৰাখিছিল; বছৰে বছৰে ডাঙৰ হৈ অহা বিজুলীয়ে তেওঁৰ দায়িত্ব দুগুণে বঢ়াই তুলিছিল যদিও তাইক লৈ তেওঁৰ চিন্তাৰ কাৰণ নাই। কাৰণ তাই আছিল বাধ্য, নম্ৰ আৰু তাইৰ বাবে মাকেই আছিল একমাত্ৰ গুৰু।

বিজুলী গাভৰু হোৱাৰ লগে লগে মাকে তাইক গাৱঁৰ প্ৰখ্যাত হৰি দৰ্জ্জিৰ কাষত চিলাই কাম শিকাইছিল। অতি কম সময়ৰ ভিতৰতে তাই নিজৰ যোগ্যতাৰে চিলাই শিকি ল'লে। মাকে এটা হাত-মেচিন আনি তাইক ঘৰতে ৰুমাল গাৰু গিলিপ আদি তৈয়াৰী কৰিবলৈ দিলে আৰু সেইবোৰ বাহিৰত বেচি টকা অৰ্জন কৰাৰ দায়িত্ব ল'লে নিজে।

ডাকবঙলাত এদিন মাকে ৰুমাল গিলিপ বেচিবলৈ নিছিল আৰু তেতিয়াই ৰমেশৰ লগত তেওঁৰ পৰিচয় ঘটে।

এটা সময় আছিল যেতিয়া এক শ্ৰেণীৰ ডেকাই উচ্চ চৰকাৰী চাকৰি লাভ কৰি পৃথিৱীখনকে জয় কৰাৰ মনোভাৱ গ্ৰহণ কৰি সেইদৰে সকলোলৈকে চায় আৰু সকলোকে ব্যৱহাৰ কৰে। কিন্তু ওপৰৱালাৰ নিৰ্দেশত থাকি নিজৰ ক্ষমতা প্ৰকাশৰ সুবিধা নাপাই তেওঁলোকে বাহিৰলৈ যাওঁতে সেই সুবিধা গ্ৰহণ কৰে। তেওঁলোকে

নিজকে কেৱল নিজৰ প্ৰতিভাৰে নহয়, এক প্ৰকাৰ সামাজিক বিপ্লৱৰ অধিকাৰী বুলি ভাবে আৰু পৰিণামত এনে কিছুমান কাৰ্য্যত নিজক লিপ্ত কৰে যাৰ দ্বাৰা তেওঁলোকৰ বহুতৰে মানসিক আৰু আবেগিক শাসনৰ প্ৰাচীৰ ভাগি চূৰমাৰ নোহোৱাকৈ নাথাকে।

সৰু কালৰে পৰা মাক-দেউতাকৰ নিৰ্মম শাসনত জৰ্জৰিত হোৱা ৰমেশে চাকৰি পোৱাৰ দিনাই সুদীৰ্ঘ দিনৰ বন্ধন ছিন্ন কৰি দেশে স্বাধীনতা লাভ কৰা নাছিল যদিও নিজেকে স্বাধীন বুলি ভাবিছিল। চৰকাৰী কামত বাহিৰলৈ গ'লে নিজৰ ক্ষমতা আৰু স্বাধীনতা প্ৰকাশৰ আকাঙ্ক্ষাই তাক উন্মাদ কৰি দিছিল। বিশেষকৈ দেউতাকৰ নিষ্ঠুৰ শাসনৰ বিৰুদ্ধে প্ৰতি পদতে সি বিদ্ৰোহ ঘোষণা কৰাৰ সুযোগ বিচাৰি ফুৰিছিল।

বিজুলীৰ মাকৰ হাতৰ ৰুমাল গিলিপ চাই থাকোতে অকস্মাতে ৰমেশে প্ৰশ্ন কৰিছিল, "এইবোৰ কোনো চিলাই কৰিছে?"

"মোৰ ছোৱালীজনীয়ে।"

"তোমাৰ ছোৱালীজনীয়ে?"

"হয়।"

"কিমান বয়স তাইৰ?"

"ষোল বছৰ।"

"কি নাম?"

"বিজুলী।"

"বিজুলী! বিজুলী! বিজুলীক মই চাব খোজো।"

অফিছৰ পিয়নক ফাইল এটা আনিবলৈ কোৱাৰ আদেশেৰে যেন ৰমেশে বিজুলীৰ মাকক তেনেদৰে ক'লে। বিজুলীৰ মাকে ডাক-বঙলাত থকা হাকিমসকলৰ কথা বৰ ভালদৰে জানে। তেওঁ ভাবিছিল, ৰমেশে মদ খাই আছে বাবে কি কৈছে নিজেই হয়তো ভালদৰে নাজানে।

তেওঁ ক'লে, "মোৰ ছোৱালী ডাকবঙলালৈ কিয় আহিব?"

"নালাগে আহিব। মই যাম তাইৰ ঘৰলৈ। আবেলি চাৰিবজাত মই যাম।"

ডাকবঙলাত থকা বিষয়াসকলৰ লগত বিজুলীৰ মাকৰ সম্পৰ্ক সদায়



ব্যৱসায়িক। কাৰো লগত আজিলৈকে তেওঁ মনৰ সম্পৰ্ক গঢ়ি তোলা নাছিল। বহুত বিষয়াই তেনেদৰে বিজুলীৰ কথা সোধে। তেওঁ দুই-এটা কথা কৈ বিজুলীৰ কথা শেষ কৰিবলৈ বিচাৰে। কিন্তু কোনেও ৰমেশৰ দৰে তাইক চাবলৈ ইচ্ছা কৰা নাছিল।

আবেলি চাৰি বজাত ৰমেশ আহিব বুলি বিজুলীৰ মাকে সঁচাকৈয়ে ভবা নাছিল। বিজুলীক তাৰ কথা একো কোৱাও নাছিল। কিন্তু ঠিক চাৰি বজাত ৰমেশ আহি দুৱাৰমুখত থিয় হ'লহি। বিজুলীৰ মাক আচৰিত হ'ল, কিন্তু বিব্ৰত নহ'ল। মাননীয় অতিথিক দেখুৱাব লগা সকলো ভদ্ৰতাৰে তেওঁ তাক বহিবলৈ দিলে, তাৰ লগত কথা পাতিলে।

বিজুলীয়ে ভৰিৰ আঙুলিলৈ চাই চাই ৰমেশৰ আগত তামোলৰ বঁটা দাঙি ধৰিলে। তামোলৰ বটাত হাত থৈ সি তাইৰ মুখলৈ ৰ' লাগি চাই থাকিল।

বিজুলীক ৰমেশে এটা কথাও সোধা নাছিল। সি যাবলৈ উঠিল আৰু বিজুলীৰ মাকক বাহিৰলৈ মাতি নি কোনো আড়ম্বৰ নকৰাকৈয়ে কৈ দিলে, "মই বিজুলীক বিয়া কৰাম।" এইবুলি হঠাতে সি তললৈ হাউলি মাকৰ চৰণ স্পৰ্শ কৰিলে আৰু দীঘলীয়া খোজেৰে তাৰ পৰা আঁতৰি গ'ল।

ঘটনাটো ইমান কম সময়ৰ ভিতৰত ঘটিছিল যে তাৰ গোটেই কথাখিনি ৰমেশ আঁতৰি যোৱাৰ পিচতহে বিজুলীৰ মাকে উপলব্ধি কৰিব পাৰিছিল। উপলব্ধি কৰি য'তে আছিল ত'তেই থিয় হৈ বহুত সময়লৈকে তেওঁ অভিভূত হৈ আছিল। ৰমেশৰ চৰণ স্পৰ্শই তেওঁৰ হৃদয় স্পৰ্শ কৰিলে। হঠাতে তেওঁৰ ধাৰণা হ'ল, তেওঁৰ নিজৰ ল'ৰা এটা থকাহেঁতেন সিয়ো ৰমেশৰ দৰে তেওঁৰ চৰণ স্পৰ্শ কৰিলেহেঁতেন। বিজুলী আহি কাষত থিয় নিদিয়াহেঁতেন তেওঁ অভিভূত অৱস্থাতে তাতেই বহুত সময় থিয় হৈ থাকিলহেঁতেন। বিজুলীয়ে দেখাৰ আগতেই তেওঁ চাদৰৰ আঁচলেৰে চকুৰ দুটোপাল পানী মচি ল'লে।

বিজুলীক সেই বিষয়ে তেওঁ একোকে নক'লে, কিন্তু দিনে-ৰাতিয়ে সেই একেটা কথাকে তেওঁ ভাবি থাকিল।

আনহাতেদি, প্ৰথম দৃষ্টিতে বিজুলীক বিয়া কৰিবলৈ সিদ্ধান্ত কৰিছিল যদিও ৰমেশে বহুদিন ধৰি নিজৰ বিয়াৰ কথা ভাবি আছিল।

প্ৰকৃততে, বিজুলীৰ দৰে গ্ৰাম্য আৰু অপৰিচিতা গাভৰুক বিয়া কৰাবলৈ কৰা সিদ্ধান্তৰ মূলতে আছিল তাৰ ঘৰৰ বিৰুদ্ধে তাৰ বিদ্ৰোহ ঘোষণা কৰাৰ অভিপ্ৰায়। সি তাৰ মহাপ্ৰতাপী দেউতাকক দেখুৱাই দিব খোজে যে ঘৰৰ শাসন মানিবলৈ সি বাধ্য নহয়। দেউতাকে তাৰ বাবে গুৱাহাটীৰ এজনী ছোৱালী ঠিক কৰিছিল আৰু ঘৰৰ সকলোৱেই ছোৱালীৰ লগত ৰমেশে অপৰ্য্যাপ্ত যৌতুক পাব বুলিও আনন্দ পাইছিল। দেউতাকে আনকি তাক ছোৱালী চাবৰ বাবেও অনুমতি নিদিলে। তাৰ মানে, দেউতাকে কি ভাবিছে যে সিহঁতৰ ঘৰখন হ'ল এখন সাম্ৰাজ্য আৰু তেওঁ নিজে তাৰ শাসক? সি দেউতাকক কৈ দিব যে বৃটিছ সাম্ৰাজ্যতো এদিন বেলি ডুব যাব আৰু তোমাৰ ঘৰত তোমাৰ প্ৰভুত্ব অন্ত পৰিবলৈ বেচি দিন নালাগিব।

ৰমেশৰ আটাইতকৈ বেছি খং উঠিছিল তাৰ ককায়েক দুটাৰ ওপৰত। দুয়োটাই উচ্চ শিক্ষিত, দুয়োটাই দায়িত্বপূৰ্ণ কাম কৰে। অথচ সিহঁতে তললৈ মূৰ কৰি দেউতাকৰ কথা শুনে, দেউতাকৰ কথা মতেই এবাৰো প্ৰতিবাদ নকৰাকৈ দুয়োটাই নেদেখা-নিচিন্তাকৈ ছোৱালী বিয়া কৰালে। ৰমেশে বুজাই দিব খুজিলে, হব পাৰে সিহঁত তিনিওটা একে মাক-দেউতাকৰ সন্তান, কিন্তু ব্যক্তিত্ব আৰু বিবেকৰ দৃষ্টিৰ পৰা সি তাৰ ককায়েকহঁতৰ দৰে নহয়। সি নিজেই এক বেলেগ শ্ৰেণীৰ, কাকো সি অনুকৰণ নকৰে। কাৰণ সি জানে যে অনুকৰণ হ'ল একপ্ৰকাৰ আত্মহত্যা। নিজৰ ব্যক্তিত্ব আৰু প্ৰতিভা নোহোৱা সকলেহে কেৱল অন্যক পদে পদে অনুকৰণ আৰু অনুসৰণ কৰে।

দেউতাকে গুৱাহাটীৰ ছোৱালীৰ লগত তাৰ বিয়া বন্দোৱস্ত কৰা দিনাৰে পৰা ৰমেশে আচলতে অন্য এজনী ছোৱালীৰ সন্ধানত আছিল। সেই ছোৱালীজনী এনে হব লাগিব যাতে দেউতাকে শুনা মাত্ৰকে তেওঁৰ সাম্ৰাজ্যবাদী মনোবৃত্তিৰ মৃত্যু হয়। দেউতাকৰ তেনে এক কথা ভাবি সি এক আন্তৰিক আনন্দ লাভ কৰে, তাৰ বিয়াৰ কথা শুনি হঠাৎ কথা বন্ধ হৈ চকীত হাউলি পৰা দৃশ্যটোৰ কথা ভাবি ভাবি সি নিজকে এজন বিদ্ৰোহী বুলি ভাবে।

বিজুলীৰ মুখলৈ সেইদিনা ৰ লাগি চাই থাকোঁতে ৰমেশৰ ধাৰণা



হৈছিল, এইজনী ছোৱালীৰ সন্ধানতে সি ইমান দিন আছিল। প্ৰথমবাৰৰ বাবে দেখা হ'লেও তাইৰ লগত তাৰ মনৰ পৰিচয় যেন বহুত বছৰৰ। দেউতাকৰ নিষ্ঠুৰ শাসনৰ বিপৰীতে থিয় কৰাবৰ বাবে যেন বিজুলী উপযুক্ত গাভৰু। তললৈ মূৰ কৰি ৰৈ থকা এই শান্ত, অমায়িক গাভৰুৰ হৃদয়ত যি শক্তি আৰু সাহস সঞ্চিত হৈ আছে, তাৰে সহায়ত দেউতাকৰ সাম্ৰাজ্য চূৰমাৰ কৰাৰ প্ৰতিশ্ৰুতি সি বিচাৰি পালে। এয়া আচলতে প্ৰথম দৃষ্টিতে প্ৰেম নহয়। এয়া হ'ল প্ৰথম দৃষ্টিতে এক ভয়ঙ্কৰ প্ৰত্যয় লাভ। বিজুলী তাৰ আচলতে প্ৰেমিকা নহয়, বিজুলী তাৰ হ'ল সাহস আৰু বিবেক।

এসপ্তাহ হোৱাই নাছিল। হাতত এটা আঙঠি লৈ ৰমেশ আকৌ বিজুলীৰ ঘৰৰ দুৱাৰ-মুখত হাজিৰ হ'লহি। মাক প্ৰথমতে ওলাই আহিল। এইবাৰ ৰমেশে তেওঁক আঠুকাঢ়ি সেৱা কৰিলে। মাকে মূৰত ধৰি আশীৰ্বাদ দিলে।

ৰমেশক বিজুলীৰ মাকে বহুত কথা সুধিব বুলি ভাবিছিল। বিজুলীৰ ইমান সোনকালে তাৰ লগত বিয়াৰ কথা তেওঁ ভবাই নাছিল। প্ৰথমতে তাৰ পৰা তেওঁ প্ৰতিশ্ৰুতি বিচৰাৰ কথা ভাবিছিল, বিজুলীক ক'ত নি কেনেকৈ থব, সকলো বিষয়ে আলোচনা কৰিব বুলি ভাবিছিল। বিজুলী যে তেওঁৰ বাবে কি এক অমূল্য সম্পদ সেই কথা ৰমেশক তেওঁ বুজাই দিয়াৰ সিদ্ধান্ত কৰিছিল। বিজুলীৰ অলপ দুখেও কেনেকৈ তেওঁক দিনে-ৰাতিয়ে অশান্তিত পেলাব সেই কথাও তাক কৈ দিব লাগিব। তেওঁলোক দুখীয়া হব পাৰে, পঢ়াশুনা তেওঁলোকৰ নাথাকিব পাৰে, কিন্তু তেওঁলোকৰ নিজস্ব এক ব্যক্তিত্ব আছে, জীৱনৰ প্ৰতি এক সুস্থ ধাৰণা আছে। এই সকলোবোৰ কথা ৰমেশক বুজাই দিব লাগিব। ৰমেশে যদি সেইবোৰ কথা মানি চলিবলৈ মান্তি হয় আৰু বিজুলীক অলপো দুখ নিদিয়াৰ প্ৰতিশ্ৰুতি দিয়ে, তেন্তে এই বিয়াত তেওঁৰ অলপো আপত্তি নাথাকিব।

কিন্তু ৰমেশে যেতিয়া আঠু কাঢ়ি তেওঁক সেৱা কৰিলে আৰু তেওঁ যেতিয়া মূৰত ধৰি তাক দিলে আশীৰ্বাদ, তেতিয়াই বিজুলীৰ মাকৰ সকলো পৰিকল্পনা নষ্ট হ'ল। মুখেৰে এটাও শব্দ প্ৰকাশ নাপালে। কেৱল মুগ্ধ দৃষ্টিৰে ৰমেশৰ মুখলৈ চাই থাকিল। মূৰত ধৰি থাকোঁতেই

মনৰ আৰু বাহিৰৰ সকলো ব্যৱধান শূন্যত বিলীন হ'ল। এয়া যেন নিজৰ পুত্ৰৰ মূৰত ধৰি তেওঁ আশীৰ্বাদ দিছে। কোনো এক সুদূৰৰ যুদ্ধত জয়লাভ কৰি নিজ পুত্ৰ যেন এইমাত্ৰ মাতৃৰ কাষলৈ উভতি আহিছে।

মাকৰ নিৰ্দেশ মতে বিনা প্ৰতিবাদে নিজে বৈ লোৱা নতুন পোচাক পৰিধান কৰি, ভৰিৰ বুঢ়া আঙুলিলৈ চাই চাই বিজুলী আহি ৰমেশৰ আগত বহিলহি। মুগ্ধ দৃষ্টিৰে তাইৰ মুখলৈ চাই চাই ৰমেশে তাইৰ আঙুলিত আঙঠিটো পিন্ধাই দিলে। বিজুলীয়ে আঁঠু কাঢ়ি ৰমেশক সেৱা কৰিলে। ৰমেশে তাইৰ মূৰত হাত থলে আৰু তাইৰ দুয়োটা বাউসীত ধৰি থিয় কৰাই দিলে।

এই প্ৰথম বাৰৰ বাবে বিজুলীয়ে মূৰ তুলি ৰমেশলৈ চালে। দুয়ো একেলগে মাকক সেৱা কৰিলে। এইবাৰ দুটা মূৰত দুখন হাত থৈ অন্তৰৰ সকলো শুভেচ্ছাৰে মাকে আশীৰ্বাদ দিলে।

বিজুলীৰ মাকৰ কাহিনী শেষ হৈ আহিছিল। এনেতে দুৱাৰত কাৰোবাৰ হাতৰ টোকৰ পৰিল। আৰতিয়ে জানে, সেই হাতৰ টোকৰ ৰমেশৰ বাহিৰে আন কাৰো নহয়। ৰমেশৰ বাহিৰে এইখন দুৱাৰত টোকৰ দিয়াৰ অধিকাৰ অন্য কাৰো নাই। মুহূৰ্ততে দুৱাৰখন নুখুলি তাই আইনাখনৰ সম্মুখত থিয় হ'ল। মনৰ দৃঢ়তাৰ লগতে মুখৰ দৃঢ়তাও আইনাত প্ৰতিফলিত হ'ল। ৰমেশৰ সম্মুখত মূৰ তুলি সাহসেৰে থিয় দিবৰ বাবেই আজি এই সময়ত তেনে দৃঢ়তাৰ অতি প্ৰয়োজন।

আৰতিয়ে দুৱাৰৰ একেবাৰে কাষত থিয় হৈ বৃদ্ধালৈ ঘূৰি এবাৰ চালে আৰু খৰধৰকৈ দুৱাৰখন খুলি দিলে।

ভিতৰত সোমাই ৰমেশে প্ৰথমতে দেখিলে বৃদ্ধাক আৰু দেখা মাত্ৰকে তেওঁৰ সমগ্ৰ শৰীৰৰ তেজ যেন মুখলৈ আহিল। এক ভয়ঙ্কৰ চাৱনিৰে তেওঁ বৃদ্ধাক চোৱা দেখি আৰতি সতৰ্ক হ'ল আৰু তেনে অৱস্থাতে বৃদ্ধাই তললৈ মূৰ কৰি প্ৰায় উৰি যোৱাৰ দৰে কোঠাটোৰ পৰা ওলাই গ'ল।

তেনে এক কাণ্ড ঘটিব পাৰে বুলি ৰমেশে কেতিয়াও ভাবিব পৰা নাছিল। বিশেষকৈ সেই তিৰোতাৰ লগত কথা পাতিবলৈ আৰতিক বাধা দিয়াৰ পিচত তাই যে তেনে এটা কাম কৰিব পাৰিব, তেওঁ



কল্পনাও কৰিব পৰা নাছিল। তাৰমানে আৰতিয়ে তেওঁৰ নিৰ্দেশ আৰু উপদেশ অমান্য কৰিবৰ বাবে প্ৰতি পদে এই ঘৰৰ ভিতৰত সাজু হৈ আছে! আৰতিক তেওঁ যিমান সহজ আৰু সৰল বুলি ভাবিছিল, সিমান তেনেহ'লে নহয়?

ৰমেশৰ ধৈৰ্য্যৰ বান্ধ বালিৰ ঘৰৰ দৰে খহি পৰিল। নিজৰ ঘৰৰ মাজতে বহি নিজৰ পত্নীয়ে এজনী তিৰোতাক বাহিৰৰ পৰা মাতি আনি তেওঁৰ অতীতৰ কলঙ্ক-কাহিনী শুনাবৰ সাহস পালে! হয়তো সেই তিৰোতাই অতিৰঞ্জিতভাৱে তেওঁৰ পূৰ্বকাহিনী আৰতিক শুনাইছিল আৰু আৰতিয়ে তাৰ প্ৰত্যেকটো শব্দই বিশ্বাস কৰিছিল। তাই প্ৰত্যেকটো শব্দ বিশ্বাস কৰিছিল—এই কথাটো ভবাৰ লগে লগে ৰমেশে উগ্ৰমূৰ্ত্তি ধাৰণ কৰিলে।

"সেই মানুহজনীক ইয়ালৈ কোনে মাতি আনিছিল?"—আৰতিৰ সন্মুখত থিয় হৈ তাইৰ মুখলৈ ভয়ানকভাৱে চাই ৰমেশে সুধিলে।

স্পষ্ট মাতেৰে আৰু ৰমেশৰ তেনে ভয়ানক মূৰ্ত্তিলৈ অকণো ভয় নকৰাকৈ আৰতিয়ে উত্তৰ দিলে "মই।"

"কিয়?

"তেওঁৰ পৰা কেইটামান কথা জনাৰ মোৰ আৱশ্যক আছিল।"

"তোমাৰ আৱশ্যক আছিল?"

"আছিল। মোৰ জীৱনৰ লগত তেনে কথাৰ সম্পৰ্ক আছিল।"

"তুমি কি মোৰ নিৰ্দেশ নামানিবা?"

"নিৰ্দেশ? কি নিৰ্দেশ?"

"সেই মানুহজনীৰ লগত কথা নাপাতিবলৈ মই তোমাক নিৰ্দেশ দিছিলো।"

"তেনে নিৰ্দেশ মই মানিবলৈ বাধ্য নহয়। স্বামীৰ নিৰ্দেশ মই সদায়ে পালন কৰিম যদি সেই নিৰ্দেশ পালনযোগ্য হয়।"

"তুমি মোৰ ঘৰত আছা যেতিয়া মোৰ যিকোনো নিৰ্দেশ তুমি পালন কৰিব লাগিব।"

"স্বামীৰ যিকোনো নিৰ্দেশ মই পালন কৰিব নোৱাৰো।"

এই কথা শুনি ৰমেশৰ মগজ গৰম হ'ল। আৰতিৰ বাউসি দুটাত জোৰেৰে ধৰি তেওঁ সুধিলে, "তোমাৰ ইমান অহংকাৰ কিহৰ কাৰণে?"

"বিজুলী নামৰ এজনী তিৰোতা আপোনাৰ কি হয় ?"

"একো নহয়।"

"একো নহয় বুলি ক'লে নহয়। মোক কব লাগিব, সেই তিৰোতাৰ লগত আপোনাৰ সম্পৰ্ক কি।"

"নক'লে ?"

"নকলে মই তাৰ ব্যৱস্থা কৰিম।"

"ব্যৱস্থা কৰিবা ?"—বুলি ৰমেশে আৰতিৰ সোঁ গালত এটা প্ৰচণ্ড চৰ বহুৱাই দিলে। চৰ মাৰিয়েই ক্ষান্ত নাথাকি উফাল খাই বিচনাত পৰি যোৱা তাইৰ বাউসি এটাত জোৰেৰে ধৰিবলৈ লওঁতেই তেওঁ দেখিলে তাইৰ ওঁঠৰ পৰা তেজ ওলাই আহিছে। সেই দৃশ্য দেখি ৰমেশ লাহে লাহে কোঠাৰ পৰা ওলাই গ'ল।

কোঠাৰ পৰা ওলাই বাৰাণ্ডাত ভৰি দিয়েই ৰমেশে আৰতিৰ কান্দোন শুনিবলৈ পালে।

বাৰাণ্ডাৰ চকী এখনত বহি ৰমেশে নিজৰ পৰিকল্পনা এনেদৰে নিৰ্মূল হোৱাৰ কথা ভাবি ম্ৰিয়মান হ'ল।

ৰমেশে এদিন ভাবিছিল: আৰতিৰ স্বভাৱ নম্ৰ, ব্যৱহাৰ ভদ্ৰ। তাইৰ নম্ৰ স্বভাৱ আৰু ভদ্ৰ ব্যৱহাৰৰ বাবেই এদিন তেওঁ তাইক দূৰৰ পৰা প্ৰশংসা কৰিছিল আৰু সেই একে কাৰণতে তাইক বিয়া কৰাই নিজৰ ঘৰলৈ আনিছিল। তেওঁ ভাবিছিল তাই কেতিয়াও তেওঁৰ কামৰ বিৰোধিতা নকৰিব, তেওঁৰ প্ৰত্যেকটো কামতে—সেই কাম ভালেই হওক বা বেয়াই হওক—তাই নিৰ্বিবাদে সহায় কৰিব আৰু স্বামীৰ কামত সহায় কৰাৰ গৌৰৱেৰে তাই গৌৰৱান্বিত হব পাৰিব। স্বামীৰ বাহিৰে পত্নীৰ অন্য কিবা চিন্তা থাকেনেকি ? স্বামীক সকলো পৰ্য্যায়তে সহায় কৰাই জানো ভাৰতীয় তিৰোতাৰ একমাত্ৰ ধৰ্ম নহয় ?

স্বামীক ভালপোৱাই নাৰীৰ পৰম গৌৰৱ বুলি ভাবি ৰমেশে অন্য এটা কথা ভবা নাছিল বা ভবাৰ সাৰ্থকতা দেখা নাছিল যে তেনে নাৰীৰ ব্যক্তিত্বও থাকিব পাৰে। তেওঁ ভাবিব পৰা নাছিল যে সকলো নাৰীয়ে স্বামীৰ ব্যক্তিত্বৰ লগত নিজক সম্পূৰ্ণভাৱে মিলাই দিবলৈ অস্বীকাৰো কৰিব পাৰে। তেনে নাৰীয়ে ভালদৰে জানে যে তেনে স্বামীৰ লগত সংঘৰ্ষ নিশ্চিত। স্বামী যদি সামান্যভাৱেও সহানুভূতিশীল



নহয় তেন্তে সেই সংঘৰ্ষ অনিবাৰ্য্য। তথাপিও নিজৰ ব্যক্তিত্ব সেই নাৰীয়ে প্ৰকাশ কৰিবই, সেইটো লাগে যি কোনো বিপদৰ বিনিময়তে হওক। আৰতিৰ মধুৰ স্বভাৱ আৰু কোমলতাৰ অন্তৰালত নিহিত তেনে এক ব্যক্তিত্বকে ইমান দিনে ৰমেশে দেখা নাছিল।

অলপ পিচতে আৰতিৰ কান্দোন বন্ধ হ'ল।

তাই বাথৰুমলৈ সোমাই চকুপানী বাগৰি থকা গাল দুখন ধুলে। ওঁঠৰ তেজ ওলোৱা অংশত অলপ ডেটল লগালে। আইনাখনৰ ওচৰলৈ আহি দেখিলে এইখিনি সময়ৰ ভিতৰতে দুয়োটা চকুৰ তলত ক'লা বৰণ স্পষ্ট হৈ উঠিছে।

আৰতিয়ে মনত যেতিয়াই বেচি দুখ পায়, তেতিয়াই তাইৰ মনত পৰে মাকলৈ। আজি এই সময়ত তাইৰ বৰ বেচিকৈ মনত পৰিল মাকলৈ। মাকে কৈছিল, 'তই কাৰো কেতিয়াও অন্যায় নকৰিবি আৰু তোক কোনোবাই অন্যায় কৰিলে দৃঢ়ভাৱে প্ৰতিবাদ কৰিবি। এবাৰ যদি অন্যায়ৰ প্ৰতিবাদ নকৰ তেন্তে তোৰ নিজস্ব নাইকিয়া হব আৰু তেতিয়া তই যিকোনো এজনী ছোৱালীৰ দৰে সাধাৰণ হৈ পৰিবি।' তাই ভাবিছে, ৰমেশে তাইক অন্যায় কৰিছে আৰু সেই অন্যায়ৰ প্ৰতিবাদ তাই নকৰাকৈ নেথাকে। দেউতাকৰ অত্যাচাৰৰ প্ৰতিবাদ কৰিয়ে হওক বা নিজৰ আবেগিক শৃঙ্খলাহীনতাৰ বাবেই হওক, ৰমেশে এদিন এগৰাকী তিৰোতাক নিজৰ পত্নী হিচাপে গ্ৰহণ কৰিছিল। গ্ৰহণ কৰাৰ পিচত সেই বিষয়ে সামান্যভাৱেও তাইক জানিবলৈ নিদিয়াকৈ, তেওঁ তাইক বিয়া কৰাইছিল। ইয়াতকৈ ডাঙৰ অন্যায় তাইৰ প্ৰতি আৰু একো হব নোৱাৰে আৰু যদি এই অন্যায় তাই সহ্য কৰে তেন্তে তাইৰ বিবেক বা ব্যক্তিত্ব বুলি একোৱেই নাথাকিব।

আৰতিয়ে ৰমেশক পদে পদে বুজাই দিব যে, তাই তেওঁক বিয়া কৰালেও তেওঁৰ সেই মাৰাত্মক দোষৰ লগত তাই সন্ধি নকৰে। বিয়াৰ আগতে তেওঁ যদি বিজুলীক বিয়া কৰোৱাৰ কথা তাইক কৈ দিলে-হেঁতেন, যদি কৈ দিলেহেঁতেন কেনেকৈ কি অসহ্য অৱস্থাত বিজুলীক তেনেদৰে এৰি আহিব লগা হ'ল আৰু তেনে কামৰ বাবে যদি তাইৰ কাষত তেওঁ অনুতপ্ত হ'লহেঁতেন, তেন্তে তাই তেওঁক বিয়া কৰোৱা নকৰোৱাৰ কথা ভালদৰে ভাবি চাব পাৰিলেহেঁতেন। তাইৰ নিজৰ

ঘৰত প্ৰথমতে ৰমেশক তাই যেতিয়া দেখিছিল তেতিয়া তেওঁৰ প্ৰতি তাইৰ এক অসুস্থ ধাৰণা মনত ঠাই পাইছিল আৰু আজি তাই উপলব্ধি কৰিলে যে, তেতিয়া তাই যেন তৃতীয় নয়নেৰে ৰমেশৰ অন্তৰখন স্পষ্টভাৱে দেখা পাইছিল। তেনে ধাৰণাৰ শেষলৈকে বশৱৰ্ত্তী হৈ থকাই একান্ত উচিত আছিল। কি প্ৰয়োজন আছিল ককায়েক দিবাকৰৰ কথা মতে এনেদৰে এখন ঘৰত আহি অসহ্য যন্ত্ৰণা সহ্য কৰি থকাৰ? কি প্ৰয়োজন আছিল এজন লোকৰ অতীত জীৱনৰ সকলো কথা-কাহিনী ভালদৰে নজনাকৈ তেওঁৰ লগত চিৰজীৱন কটোৱাৰ দায়িত্ব লবলৈ?

জনাবুজা হোৱাৰে পৰা আৰতিয়ে ভাবিছিল, তাই এজনী ভাল চৰিত্ৰৰ সৰল ছোৱালী। সেই গুণৰ কথা কোনোদিন তাই কাকো কোৱা নাছিল কিন্তু নিজকে সেই বুলি ভাবি তাই গৌৰৱ অনুভৱ কৰিছিল, গৌৰৱ অনুভৱ কৰি মনত পৰম শান্তি পাইছিল। নিজৰ ওপৰত এনে ডাঙৰ বিশ্বাস আছিল বাবেই, গাভৰু কালত তাই ভাবিছিল তাইৰ এনে এজন লোকৰ লগত বিয়া হব যি তাইৰ দৰেই ভাল চৰিত্ৰৰ আৰু সৰল প্ৰকৃতিৰ। যথাৰ্থতে তেনে এজন পুৰুষক তাই বহুদিন ধৰি মনৰ চকুৰ আগত দেখিছিল। প্ৰথম ধাৰণাৰ শেষত এদিন বিয়াৰ বন্দোৱস্ত হোৱাৰ পিচত নিজৰ ঘৰত কাষ চাপি তাই দেখিছিল ৰমেশ নিশ্চয় তেনে এজন পুৰুষেই—তেওঁৰ চলন-ফুৰণ, ব্যৱহাৰ আৰু কথা-বতৰাত তেনে এজন পুৰুষৰ লক্ষণ তেতিয়া তাই ফুটি উঠা দেখিছিল। কিন্তু তেওঁৰ অন্তৰৰ কথা কাণপাতি নুশুনি কেৱল মুখৰ কথা শুনি মুগ্ধ হোৱা বাবে আজি এই দুৰ্বিসহ বেদনাৰ সৃষ্টি!

আৰতিয়ে এই কথা একেবাৰে সহ্য কৰিব নোৱাৰে আৰু ভাবিলে বাৰে বাৰে তাইৰ শৰীৰত কঁপনি উঠে যে, এই নগৰৰ অনতিদূৰতে এতিয়াও এগৰাকী তিৰোতা আছে যি তাইৰ স্বামীৰ প্ৰেমৰ একাংশ দাবী কৰে—কেৱল দাবী কৰাই নহয়, লাভো কৰে। এজন পুৰুষক সম্পূৰ্ণকৈ নিজৰ কৰি পোৱাৰ যি অহংকাৰ বহুদিন ধৰি তাই কৰিছিল সেই অহংকাৰ নিৰ্মূল হ'ল! সেই অহংকাৰ নিৰ্মূল হোৱাৰ পিচত এজনী তিৰোতাৰ বাবে বাকী থাকিল কি? ৰমেশৰ অতি কাষতে



তাই থাকিব, শুব, বহিব; কিন্তু প্ৰতি মুহূৰ্ত্তে তাই ভাবিব লাগিব যে এই শৰীৰ, এই স্পৰ্শ, এই আলিঙ্গন, এই নিঃশ্বাস এদিন অন্য এক নাৰীয়ে লাভ কৰিছিল আৰু লাভ কৰি কৃতাৰ্থ হৈছিল। সমগ্ৰ জীৱন ধৰি এই ভাৱনাই কোনো এক বিষধৰ কীটৰ দৰে তাইক দংশন কৰি থাকিব। দেশৰ ভিতৰত, দেশৰ বাহিৰত, এই নগৰতো বছৰে বছৰে বহুত পৰিবৰ্ত্তন ঘটিব, এক বৃহৎ সমস্যাৰ পিচত অন্য বৃহৎ সমস্যা আহিব, এটাৰ পিচত আনটোৰ সমাধান ওলাব। কিন্তু তাইৰ সেই অন্তৰ্দাহী সমস্যাৰ কোনেও কেতিয়াও একো সমাধান বিচাৰি দিব নোৱাৰিব; মুহূৰ্ত্তে মুহূৰ্ত্তে স্বামীৰ মধুৰ প্ৰথম প্ৰেমৰ পৰা বঞ্চিত তাইৰ কঙাল হৃদয় গুমৰি গুমৰি উঠিব।

বিচনাৰ পৰা উঠি আৰতিয়ে আকৌ আইনাৰ কাষলৈ আহি ওঁঠৰ সেই ক্ষত হাতৰ আঙুলিৰে স্পৰ্শ কৰিলে। যি ওঁঠত স্বামীৰ গভীৰতম প্ৰেমৰ আকলুৱা চুমাৰ ডাগ প্ৰকট হব লাগিছিল সেই ওঁঠতে সেই স্বামীৰ হাতৰ প্ৰচণ্ড চৰৰ আঘাত কৰুণভাৱে প্ৰকাশ পাইছে। তেনে আঘাতৰ কষ্ট নাইকিয়া হ'লেও সেই কাৰুণ্যৰ চিন সেই ওঁঠত সদায়ে থাকি যাব। নিজৰ শাৰীৰিক সৌন্দৰ্য্যৰ লগতে তাইৰ ওঁঠ দুটাও সুন্দৰ বুলি ৰমেশে বিয়াৰ পিচত তাইক কৈছিল আৰু আজি তেওঁ নিজেই সেই সৌন্দৰ্য্য-বিন্দুত কালিমা সানি দিলেহি। তাইৰ নিজৰ দোষৰ বাবে স্বামীয়ে এনেদৰে আঘাত কৰাহেঁতেন, বৰং তাতোকৈয়ো প্ৰচণ্ডতৰ আঘাত হনাহেঁতেনো, তাই শাৰীৰিক কষ্ট অনুভৱ কৰিলেও মনত শান্তি পালেহেঁতেন। কিন্তু তাইৰ হৃদয় মৰহিলে এইকথা ভাবি যে ৰমেশৰ দোষৰ বাবেই তাই তেওঁৰ পৰা এনেদৰে শাৰীৰিক আঘাত পাব লগা হ'ল। স্বামীৰ দোষৰ বাবে পত্নীয়ে স্বামীৰ প্ৰচণ্ড আঘাত সহ্য কৰাৰ কথা ক'ত আছে?

ৰাতি ক্লান্তভাৱে বিচনাত পৰি আছিল যদিও আৰতিৰ টোপনি অহা নাছিল। ৰমেশৰ লগত থকাটো সম্ভৱ নহয় যদিও তাই হঠাতে এটা সিদ্ধান্তলৈ আহিব নোৱাৰিলে। ৰমেশৰ লগত আলোচনা কৰি হলেও কিছুদিনৰ ভিতৰতে এটা সিদ্ধান্তলৈ তাই আহিব লাগিব। নহ'লে মানসিক ৰোগত ভুগি তাইৰ অৱস্থা দিনে দিনে শোচনীয় হৈ উঠিব।

দুৱাৰ বন্ধ নকৰাকৈয়ে তাই বিচনাত পৰি আছিল। ভাবিছিল,

ৰমেশ সোমাই আহি দুৱাৰখন বন্ধ কৰি দিব। কিন্তু দুপৰ ৰাতি কাষৰ কোঠাত ৰমেশ শোৱাৰ তাই শব্দ শুনিলে। বিচনাৰ পৰা উঠি তাই শব্দ নোহোৱাকৈ দুৱাৰখন বন্ধ কৰিলে। প্ৰথমতে কপালত আৰু পিচত ব্লাউজৰ বুটাম খুলি বুকুত হাতখন দি তাই শৰীৰত যথেষ্ট গৰম অনুভৱ কৰিলে। ভাতপানী নোখোৱাকৈয়ে এইবাৰ তাই গাৰুত মূৰ থ'লে আৰু লগে লগে গভীৰ নিদ্ৰাত মগ্ন হ'ল।

পিচদিনা ৰাতিপুৱা আৰতিৰ হাতত পৰিলহি ভনীয়েক মিনতিৰ এখন চিঠি। মিনতিয়ে লিখিছে ঃ

"তোমালৈ এই চিঠিখন লিখিবৰ বাবে মই দহ-বাৰ দিন ভাবিব লগা হৈছে। এনেকুৱা এখন চিঠি তোমালৈ লিখাটো ভাল হবনে নহয়, তাকে মই ইমান দিন ভাবি আছিলো। তোমাক দুখ দিয়া কথা তোমালৈ লিখিবলৈ মই অকণো ভাল নাপাওঁ। কিন্তু তুমি মোক ঘৰৰ সকলো কথাকে তোমালৈ লিখিবলৈ বাৰে বাৰে কৈ গৈছা। মই জানো, তুমি ঘৰৰ কথা শুনি দুখ পাবা। বৰ বেচিকৈ দুখ পাবা। কিন্তু মই নিলিখাকৈ থাকিব নোৱাৰিলো। নিলিখাকৈ থাকিব নোৱাৰিলো এই কাৰণেই যে ঘৰখনৰ কথা তোমাৰ বাহিৰে আৰু কোনে বেচিকৈ ভাবে ?

"ঘৰখন নতুনকৈ সাজিবৰ বাবে ককাইদেৱে ভিনদেউৰ পৰা ভালেখিনি টকা পাইছে বুলি মই জানিব পাৰিছো। সেইখিনি টকাৰ কথা তুমি জানানেকি ? ভিনদেৱে তোমাক তাৰ কথা নোকোৱাকৈ আছেনে ? টকাখিনি অনা ভালেদিন হ'ল, কিন্তু ঘৰ সজাৰ কোনো আয়োজন এতিয়ালৈকে হোৱা নাই আৰু ককাইদেৱে ঘৰ সজা বিষয়ে মোৰ আগত আজিলৈকে একো কোৱা নাই। মই এদিন তেওঁক ভিনদেউৰ পৰা অনা টকাৰ কথা সুধিছিলো। তেনেদৰে সোধা বাবে তেওঁ মোৰ ওপৰত বৰ খং কৰিলে। ক'লে 'তইতো আৰতি নহৱ। পঢ়াৰ বাহিৰে তোৰ আন চিন্তা কি আছে ? এম-এ বি-এ পাচ কৰি ভাল তিৰোতা হ।'

"বাইদেউ, এই ঘৰখনত পঢ়াৰ কিবা সা-সুবিধা আছে বুলি তুমি ভাবানেকি ? আগেয়ে তাচৰ আড্ডা ৰাতি বহিছিল, এতিয়া দিনটোৰ বেচিভাগ তাচৰ আড্ডাতে পাৰ হয়। দিনে দিনে নতুন মানুহ আহি আড্ডাত বহে। কেৱল তাচ খেলাইতো নহয়! তাৰ দুজনমানে মদো



খায় আৰু মই জানিবলৈ পাইছো যে তাচ খেলা আজিকালি জুৱাত পৰিণত হৈছে। নিৰুপায় হৈ ককাইদেউক সেইবোৰ বন্ধ কৰি দিবৰ বাবে সিদিনা কৈছিলো। তেওঁ কি ক'লে জানা ? তেওঁ ক'লে, 'মদ খোৱাটো বেয়া নহয়, কিন্তু মদ নেখালে থাকিব নোৱাৰাটোহে বেয়া। মদ খাবলৈ নাপালে মই থাকিব নোৱাৰা কেতিয়াবা দেখিছনে ? পৃথিবীৰ সকলো সভ্য দেশৰ মানুহে মদ খায়। আমি কি অসভ্য নেকি যে মদ খালেই আমি গুণ্ডা হবলৈ যাম ?' মোৰ কথাবোৰ তেওঁ এজনী সৰু ছোৱালীৰ কথা বুলি উৰাই দিয়ে। তেনে স্থলত তেওঁক কথা কৈ কিবা লাভ হব বুলি তুমি ভাবানেকি ?

"তুমি আৰু এটা কথা শুনি আচৰিত হবা। ককাইদেৱে বিয়া নকৰোৱাটোকে প্ৰায় সিদ্ধান্ত কৰিছে। কেবা ঘৰৰ পৰাও ছোৱালী দিবলৈ আহিছিল। কিন্তু তেওঁ আন বেলেগ কথা উলিয়াই মানুহবোৰক বিদায় দিয়ে। ময়ো তেওঁক বিয়াৰ কথা কেবা দিনো কৈছিলো। এদিন তেওঁ মোক এনেদৰে ক'লে 'মোৰ আদৰ্শৰ ছোৱালী এজনী বিচাৰিছো। পালেই বিয়া কৰাম।' আন এদিন ক'লে, 'মই যাকে লগ পাইছো, সিয়েই দেখোন বিয়াৰ বিৰুদ্ধে কয়। মোৰ ধাৰণা এইটোৱেই যে নিজস্ব চিন্তা বুদ্ধি থকা কোনো পুৰুষেই কোনো তিৰোতাৰ লগত একেলগে বেচিদিন থকাটো সম্ভৱ নহয়। যিবিলাকে থাকে, সেইবিলাকে ঘৰখনৰ শান্তি নষ্ট হয় বুলি আৰু বাহিৰত ঘৰৰ কেলেঙ্কাৰী ওলাই বুলি ভয় কৰিহে মনে মনে থাকে।' আৰু এদিন তেওঁ কলে 'আৰতিৰ দৰে ভাল স্বভাৱৰ ছোৱালী তই কিমান আছে বুলি ভাব ?' বাইদেউ, তুমি আহি জোৰ কৰি ককাইদেউৰ বিয়াখন পাতি দিবাহি বুলি মই আশা কৰি আছো। তেওঁৰ বিয়াৰ ওপৰতে আমাৰ ঘৰখনৰ শান্তি আৰু শৃঙ্খলা নিৰ্ভৰ কৰিছে বুলি ভাবিছো। বিয়াৰ পিচত তাচৰ আড্ডা আপোনা-আপুনি শেষ হব।

"আন এটা ডাঙৰ কথা তোমাক এতিয়ালৈকে কোৱাই নাই। নকলে নহয় বাবে কব লগা হ'ল। পোন্ধৰ দিন মানৰ আগতে ভিনদেৱে এজন নতুন মানুহ লৈ আমাৰ ঘৰলৈ আহিছিল। সেই নতুন মানুহজন এদিন এৰাতি আমাৰ ঘৰত থাকিও গ'ল। তেওঁ মোৰ লগত আপোনভাৱে কথা কবলৈ যত্ন কৰিছিল। কিন্তু মই ককাইদেউৰ অনুমতি মতে তেওঁৰ

খোৱা-বোৱাৰ সুবিধা কৰি দিয়াৰ বাহিৰে তেওঁৰ লগত বেচি কথা পতা নাছিলো। পিচদিনা মানুহজন যোৱাৰ পিচত ককাইদেউৰ পৰা জানিবলৈ পালো যে তেওঁ এজন চৰকাৰী বিষয়া আৰু তেওঁৰ লগতে ভিনদেৱে মোৰ বিয়াৰ ঠিক কৰিব। মই এই বিষয়ে এতিয়ালৈকে একো কথা কোৱা নাই। ইফালে মানুহজনেও গৈ ( তেওঁৰ নাম হেমন্ত দুৱৰা ) মোলৈ দুখনমান চিঠি লিখিছে। এখনৰো উত্তৰ মই এতিয়ালৈকে দিয়া নাই।

"ককাইদেউৰ কথা আৰু আচৰণত দিনে দিনে মোৰ অশান্তি বাঢ়ি গৈছে। তুমি যোৱাৰ পিচত ঘৰখনৰ অৱস্থা বৰ দুখ লগা হৈ পৰিছে। তুমি শুনিলে আচৰিত হবা যে ককাইদেউৰ কাণ্ড দেখি ওচৰচুবুৰীয়া মানুহবিলাক আজিকালি আগৰ দৰে আমাৰ ঘৰলৈ নহা হৈছে। বাটত লগ পালেও আগৰ দৰে তেওঁলোকে মোক আদৰ-সাদৰ কৰি কথা নকয় আৰু নিজৰ ঘৰলৈ ফুৰিবলৈ যাবলৈও নকয়। এইবোৰ চিন্তাতে মোৰ কেতিয়াবা টোপনি নাহে। পঢ়িবও ভালদৰে নোৱাৰো।

"চিঠিখন পায়েই তুমি এবাৰ আহিব পাৰিবানে ? তুমি আহি নিজে দেখি আৰু শুনি কিবা এটা কৰিবাহি বুলি মই বাট চাই থাকিলোঁ। তোমাৰ ওপৰত মোৰ বিশ্বাস আৰু আশা এতিয়াতকৈ আৰু কোনোদিন বেছি হোৱা নাছিল। দেউতা বা মা জীয়াই থকাহেঁতেন এনেদৰে লিখি তোমাৰ মনত দুখ দিবলৈ মই অকণোকে ইচ্ছা নকৰিলোহেঁতেন। কিন্তু তেনে ভাগ্যৰ পৰা মই বঞ্চিত। তোমাৰ বাহিৰে মোৰ একেবাৰে আপোনজন হ'ল ককাইদেউ। কিন্তু মই দিনে দিনে দেখিছো যে এখন ঘৰৰ ভিতৰত সোমাই থাকিলেও ককাইদেউ যেন মোৰ একেবাৰে পৰ। কেতিয়াবা কেতিয়াবা তিনি-চাৰিদিন একেৰাহে তেওঁ মোৰ লগত কথা নপতাকৈ থাকে। তেওঁৰ হয়তো এটা ধাৰণা আছে যে তেওঁতকৈ মই তোমাক বেচি শ্ৰদ্ধা কৰো। সেই কাৰণেই বোধকৰো তেওঁ মোৰ পৰা আঁতৰি ফুৰে।

"তুমি আহিলেই মই ৰক্ষা পৰো। মোক ৰক্ষা কৰিবৰ বাবেই তুমি জানো সোনকালে নহাকৈ থাকিবা।..."

বিচনাত পৰি গাৰুত মূৰ থৈ আৰতিয়ে মিনতিৰ চিঠিখন পঢ়িছিল। পঢ়ি শেষ কৰাৰ লগে লগে তাই অনুমান কৰিলে চকুৰ লোতক গালেদি



বাগৰি আহি গাৰুৰ একাংশ তিতিছে। চিঠিখনৰ প্ৰত্যেকটো বাক্যই যেন সেই ঘৰখনৰ প্ৰকৃত স্বৰূপটো তাইৰ চকুৰ আগত প্ৰকটভাৱে দাঙি ধৰিলে। ঘৰখনৰ প্ৰতিটো বিন্দুৱেই যেন চিঠিখনৰ মাজেদি পৰম কাৰুণ্যৰ ৰূপ লৈছে। মিনতিৰ এটা শব্দতো অসত্যতা নাই, বৰং তাই ককায়েকৰ বিষয়ে এনে কিছুমান কথা ভদ্ৰতাৰ খাটিৰতে উল্লেখ নকৰি গৈছে, যিবিলাক ভয়ঙ্কৰ ৰূপে তাইৰ মনত স্পষ্ট হৈ উঠিছে।

বিজুলীৰ কাহিনীয়ে জৰ্জৰিত কৰি তোলা তাইৰ হৃদয় এইবাৰ মিনতিৰ চিঠিয়ে ক্ষত-বিক্ষত কৰি দিলে। সান্ত্বনা লাভৰ বাবে আৰু একো উপায়ে বাকী নাথাকিল! বৈবাহিক জীৱনৰ এনে কাৰুণ্যকো তাই পৰম ধৈৰ্য্য আৰু সহিষ্ণুতাৰে গ্ৰহণ কৰিব পাৰিলেহেঁতেন যদি দূৰত এৰি অহা পিতৃ-পিতামহৰ তাইৰ ঘৰখনে এক জীৱন্ত ৰূপ ধাৰণ কৰিব পাৰিলেহেঁতেন। দিবাকৰৰ অনুৰোধ ৰক্ষা কৰি, ঘৰখনৰ নতুন ৰূপ চোৱাৰ আশা কৰি, তাই এদিন ৰমেশৰ ঘৰৰ পতুলিত থিয় দিছিলহি। কিন্তু দুইখন ঘৰেই তাইৰ বাবে নিৰ্মূল প্ৰায়। এখন ঘৰৰ উন্নতিৰ বাবে আন এখন ঘৰৰ বিপৰ্য্যয় তাই সাহসেৰে সহ্য কৰিব পাৰিলেহেঁতেন। কিন্তু দুয়োখন ঘৰেই যেতিয়া বিপৰ্য্যয়-গ্ৰস্ত তেতিয়া কি বুলি ক'ত কেনেকৈ তাই সান্ত্বনা লাভ কৰিব ? কেনিও কতো অকণো আশা নাই, ভৱিষ্যতৰ প্ৰতিশ্ৰুতি নাই!

মিনতিৰ চিঠিখন পুনৰ পঢ়াৰ ধৈৰ্য্য আৰতিৰ নহ'ল। সেই চিঠি-খনৰ মাজত যেন এখন ঘৰৰ ধ্বংসৰ কাহিনী লিপিবদ্ধ আছে। মিনতিয়ে নিজে ইচ্ছা নকৰাকৈয়ে এইখন চিঠিৰ দ্বাৰা তাই তাইক নিৰ্মম আঘাত হানি দিলে। ঘৰৰ বাতৰি দিবলৈ গৈ কোনো চিঠিয়েই নিশ্চয় আজিলৈকে কাকো এনেদৰে আঘাত দিয়া নাই, আঘাত দিব নোৱাৰে। আনহাতেদি চিঠিখনৰ প্ৰত্যেক বাক্যৰ মাজত মিনতিৰ তাইৰ ওপৰত থকা আশা আৰু ভৰসা গভীৰ হৈছে,—তাইৰ বাহিৰে যেন মিনতিৰ কোনো প্ৰত্যয় আৰু প্ৰতিশ্ৰুতি নাই।

পিচদিনা ৰাতিপুৱা অফিচলৈ যোৱাৰ সময়ত ৰমেশৰ কাষত আৰতি থিয় হ'ল। সেই ঘটনাৰ পিচত ইজনে সিজনৰ কাষ এতিয়ালৈকে চপা নাছিল। দুজন বিদেশী আহি যেন একেখন অতিথিশালাতে থাকিবলৈ লৈছিল।

আৰতিয়ে ক'লে, "মই আজি আবেলি ঘৰলৈ যাম বুলি ভাবিছো। মিনতিৰ পৰা চিঠি এখন পাইছো। নগ'লে নহয়।"

ৰমেশে ক'লে "যোৱা। ফুৰি আহিলে মনো ভাল লাগিব। মটৰখনকে লৈ যাবা।"

ৰমেশৰ সন্ধিস্থাপনসূচক কথাত আৰতি বিস্মিত হ'ল। ফুৰি আহিলে মন ভাল লগা কথা উত্থাপন কৰি তেওঁ কি ধাৰণা কৰিছে যে বিজুলী সম্পৰ্কত তাই তেওঁক ক্ষমা কৰিব? পত্নী হিচাপে স্বামীৰ পূৰ্ব অপকৰ্মৰ কথা তাই পাহৰি যাব?

আৰতিয়ে কব খুজিছিল যে তাই মনৰ ভালৰ বাবে ফুৰিবলৈ ওলোৱা নাই। কিন্তু কোৱাৰ আগতে ৰমেশ খৰধৰকৈ তাৰ পৰা আঁতৰি গ'ল।

ঘৰলৈ আহি দুঘণ্টামানৰ ভিতৰতে আৰতিয়ে দেখিলে আৰু উপলব্ধি কৰিলে যে মিনতিৰ চিঠিত সামান্য অতিৰঞ্জনো নাই। তাই বুজিলে, প্ৰত্যেকটো কামকে অতি তৎপৰতাৰে নকৰিলে তাই নিজেই এদিন বিস্মৃতিৰ গহ্বৰত লুপ্ত হৈ যাব।

পিচদিনা ৰাতিপুৱা আৰতিয়ে গিৰীনক ঘৰলৈ মতাই আনিলে।

গিৰীন হাজৰিকা। বিয়াৰ আগতে তাই যিখন স্কুলত কাম কৰিছিল, তাৰে শিক্ষক গিৰীন হাজৰিকা।

বিয়াৰ আগতে আৰতিয়ে লক্ষ্য কৰিছিল মিনতিৰ প্ৰতি গিৰীনৰ এক দুৰ্বলতা আছে। গিৰীন নিজে ইমান শান্ত আৰু ভদ্ৰ যে তেনে দুৰ্বলতা কথাৰে বা চিঠিৰে প্ৰকাশ কৰিব সি নোৱাৰে। তথাপিও তাৰ মনৰ সেই দুৰ্বলতা আৰতিয়ে নাৰীসুলভ সহজাত উপলব্ধিৰে বুজিব পাৰিছিল। পৰীক্ষাৰ সময়ত মিনতিক অলপ পঢ়া দেখুৱাই দিবৰ বাবে তাই তাক অনুৰোধ কৰিছিল আৰু পৰম আনন্দেৰে সি সেই অনুৰোধ ৰক্ষা কৰিছিল। তেতিয়াই সি মিনতিৰ কাষলৈ অহাৰ সুবিধা পাইছিল আৰু তাইৰ কাষত থকাৰ যি আনন্দ সেই আনন্দ মাজে মাজে আৰতিয়ে তাৰ মুখত আৰু কথা-বতৰাত দেখা পাইছিল। আৰতিয়ে ঠিক ভাৱেই অনুমান কৰিছিল যে মিনতিৰ পৰা অলপ ইঙ্গিত পোৱাহেঁতেনো সি তাইৰ আৰু কাষলৈ আগবাঢ়ি গ'লহেঁতেন।

আৰতিয়ে মিনতিৰ গোটেই স্বভাৱটো অতি ভালদৰে জানে।



বায়েকেই হ'ল তাইৰ আদৰ্শ; বায়েকৰ আৰ্হিতে তাই নিজক পদে পদে গঢ়ি তুলিছিল। এইদৰে নিজক গঢ়ি তোলাটোৱেই হ'ল তাইৰ আনন্দ। আৰতিয়ে জানে, তাইৰ পৰা সামান্য সঁহাৰি পোৱাহেঁতেনো মিনতিয়ে গিৰীনৰ লগত এক মধুৰ সম্পৰ্ক গঢ়ি তুলিলেহেঁতেন।

ৰমেশৰ লগত আৰতিৰ বিয়া হোৱাৰ লগতে সেই ঘৰৰ লগত গিৰীনৰ সম্পৰ্ক প্ৰায় নোহোৱা হ'ল। তাৰ প্ৰথম কাৰণঃ আঢ্যৱন্ত ঘৰৰ লগত বিয়াৰ সম্পৰ্কৰ দ্বাৰা কেৱল আৰতিয়েই নহয় তাইৰ গোটেই ঘৰখনেই সামাজিক জখলাৰে ওপৰলৈ উঠি গ'ল আৰু মিনতিক আপোন কৰি পোৱাৰ অলপ আশা গিৰীনে কৰিছিল যদিও সেই বিয়াই তাৰ স্বপ্ন নিৰ্মূল কৰি দিলে। ৰমেশৰ যত্নত আৰতিয়ে মিনতিক বেচি আঢ্যৱন্ত পৰিয়াললৈ বিয়া দিবলৈ যত্ন নকৰিব কিয়? কোন মাক বা বায়েকে নিজ কন্যা বা ভগ্নীক আঢ্যৱন্ত লোকলৈ বিয়া দিবলৈ ইচ্ছা নকৰে? বিয়াৰ দ্বাৰা নিজৰ অৱস্থা উন্নত কৰাৰ আশা নকৰা লোকেই বা এই সমাজত আছে কিমান? এইবোৰ কথা মনলৈ অহাৰ লগে লগে গিৰীন এদিন অন্তৰ্দ্ধান হ'ল। মিনতিক পঢ়ুৱাবলৈ হাঁহি হাঁহি সোমোৱা সেই ঘৰ আৰু আৰতিৰ বিয়াৰ পিচৰ সেই ঘৰ তাৰ বাবে যেন একেখন ঘৰ নহয়।

নিজৰ কৰ্ত্তব্য সুচাৰু আৰু সম্পূৰ্ণৰূপে পালন কৰি গভীৰতম আনন্দ নোপোৱা এই দেশৰ লোকৰ মাজত গিৰীন হাজৰিকাৰ দৰে লোকক অনন্য আখ্যা দিব লাগিব। শিক্ষকতাৰ আনন্দতে সি এদিন সেই স্কুলত শিক্ষকতা কৰিবলৈ আহিছিল। আন অনেকৰ দৰে নতুন আৰু উচ্চ চাকৰীৰ আশাত সি স্কুলখনক কিছুদিনৰ বিশ্ৰামাগাৰ হিচাপে ব্যৱহাৰ কৰা নাছিল। স্কুলৰ ছাত্ৰসকলৰ লগত তাৰ হৃদয়ৰ সম্পৰ্ক গঢ়ি উঠিছিল আৰু সেই সম্পৰ্কই তাক তাৰ পৰা আঁতৰি যাবলৈ কোনোপধ্যে নিদিছিল। লাহে লাহে সি উপলব্ধি কৰিলে যে পৰম আন্তৰিকতাৰে লৰাক পঢ়ুৱাই উপভোগ কৰা আনন্দৰ তুলনা নাই। লগে লগে তাৰ বিশ্বাস দৃঢ়তৰ হল যে দেশৰ প্ৰত্যেকজন ব্যক্তিয়ে নিজৰ কৰ্ত্তব্য গভীৰ ঐকান্তিকতা আৰু অসীম অনুপ্ৰেৰণাৰে সম্পন্ন নকৰিলে দেশে কোনোদিন মহত্ত্ব লাভ কৰিব নোৱাৰে কাৰণ দেশৰ মহত্ত্ব নিৰ্ভৰ কৰে তাৰ নাগৰিকৰ বিশাল কৰ্মক্ষমতাৰ ওপৰত।

কৰ্মক্ষম লোকৰ মৃত্যু নাই আৰু যি দেশৰ প্ৰতিজন ব্যক্তিয়েই কৰ্মক্ষম, সেই দেশ মহত্তৰ পৰ্য্যায়লৈ ধাৱিত হবই।

গিৰীনৰ এনে ঐকান্তিকতাই আৱতিক স্কুলত থকা কালত মুগ্ধ কৰিছিল। তেতিয়া তাই ভাবিছিল স্কুলৰ প্ৰত্যেকজন শিক্ষকেই গিৰীনৰ দৰে হব নোৱাৰে কিয় ?

মিনতিক চাহ-জলপান কৰিবলৈ নিৰ্দেশ দি গিৰীন বহি থকা কোঠাত আৱতি সোমাল। সোমোৱা মাত্ৰকে সি থিয় হৈ তাইক এনেদৰে অভিবাদন জনালে যেন তাই তাক কিবা অনুমতি দিবৰ বাবেহে তাত সোমাইছে। আৰু যেন সিহঁত দুয়োটা একেখন স্কুলতে কেতিয়াও এদিন শিক্ষকতা কৰি থকাই নাছিল। তাই নুবুজাকৈ নাথাকিল, এই সন্মান ৰমেশৰ দৰে আঢ্যৱন্ত লোকক বিয়া কৰোৱাৰ বাবে তাইৰ প্ৰতি প্ৰদৰ্শন কৰা সন্মান। তাইৰ ওঁঠত এটা ক্ষীণ হাঁহি প্ৰকাশ পালে। সেই হাঁহিৰ অৰ্থ ভাষাৰে প্ৰকাশ কৰিলে এনেদৰে হবঃ গিৰীন, তেনে সন্মান যে কেনে নিৰৰ্থক তাক জানো তুমি কেতিয়াবা জানিব পাৰিবা ?

বহুদিনৰ পিচত লগ পোৱা বাবে দুই-চাৰিটা সাধাৰণ কথাৰ বিনিময়ৰ পিচত আৱতিয়ে কলে, "তোমাক এতিয়া মই এটা অনুৰোধ কৰিম। মই জানো তুমি ইচ্ছা কৰিলে মোৰ অনুৰোধ ৰক্ষা কৰিব পাৰা।"

নগৰৰ বিখ্যাত ব্যৱসায়ী ৰমেশ কাকতিৰ সুযোগ্যা পত্নীৰ এই সাধাৰণ শিক্ষকৰ ওচৰত কি অনুৰোধ থাকিব পাৰে ? বিস্মিতভাবে আৱতিৰ মুখলৈ চাই গিৰীনে কলে, "তোমাৰ অনুৰোধ যিয়েই নহওক লাগিলে মই পালন কৰিব পাৰিম বুলি ভাবিছো। কোৱা।"

গিৰীনৰ কথাৰ এই সুৰ কোনো এক আত্মীয়ৰ সুৰ। আৱতিৰ মনৰ আশঙ্কা দূৰ হ'ল।

"মিনতিক তোমাৰ হাততে গটাম বুলি ভাবিছো।"

"গটাব খুজিছা মানে ?"

"মিনতিক তুমি বিয়া কৰাব লাগিব।"

কথাষাৰ কৈ আৱতিয়ে গিৰীনৰ মুখলৈ আশাৰে চালে। সেই সময়ত সেই কথা শুনি গিৰীনৰ হৃদয় ৰোমাঞ্চিত হ'ল। তৎক্ষণাতে



একো উত্তৰ নিদিম বুলি ভাবি সি আৱতিৰ মূৰৰ সেওঁতাটোলৈ চাবলৈ ধৰোঁতেই হাতত চাহ-জলপান লৈ মিনতি সোমাই আহিল।

খন্তেক আগতে আৱতিয়ে গিৰীনক কৰা অনুৰোধৰ কথা মিনতিয়ে একেবাৰে নেজানে। অতি শান্ত আৰু সহজভাৱে মিনতিয়ে গিৰীনৰ আগত চাহ-জলপান থলে। গিৰীনে মিনতিৰ মুখলৈ হঠাতে চাব নোৱাৰি তললৈ চালে আৰু আৱতিয়ে তাৰ মুখৰ তেনে অভিব্যক্তি সূক্ষ্মভাৱে লক্ষ্য কৰিলে।

নিজৰ ভৱিষ্যত নিৰ্ণয় কৰাৰ কথা নজনাকৈয়ে মিনতি তাৰ পৰা ওলাই গ'ল। গিৰীনে কলে, "শুনিছিলো কোনোবা চৰকাৰী বিষয়াৰ লগত মিনতিৰ বিয়াৰ কথা। কথাটো তেনে হ'লে সঁচা নহয় ?"

"সঁচা নহয়। তাইৰ বিয়াৰ দায়িত্ব মোৰহে, আনৰ নহয়। তেন্তে মিনতিক বিয়া কৰোৱাত তোমাৰ আপত্তি নাই।"

"নাই। কিন্তু তোমাক এটা কথা মোৰ সোধাৰ বৰ ইচ্ছা হৈছে।"

"সোধা।"

"ধনী, নাম থকা আৰু চৰকাৰী বিষয়ালৈ মিনতিক বিয়া নিদি মোৰ দৰে এজন শিক্ষক—।"

থিয় হৈ আৱতিয়ে ক'লে, "তোমাক আগতে কৈছো যে মিনতিক বিয়া দিয়াৰ দায়িত্ব সম্পূৰ্ণ মোৰ। তাইৰ সুখ দেখিবলৈ পালেই মই সুখ আৰু শান্তি দুয়োটাই পাম। তিৰোতাক আটাইতকৈ কি বেচি লাগে জানা ? মনৰ শান্তি। সুখ অৱশ্যে নিজৰ ভাগ্যৰ কথা। মই জানো তাই তোমাৰ লগত মনৰ শান্তিৰে থাকিব পাৰিব।"

"তুমি মোক ইমান বেচি বিশ্বাস কৰিব পাৰা বুলি মই আগতে ভবা নাছিলো।"

মুখত হাঁহিৰে আৱতিয়ে ক'লে, "চাৰি মাহৰ ভিতৰতে বিয়াখন পাতিব পাৰিবানে ? যিমান সোনকালে হয়, সিমানে ভাল।"

"পাৰিম।"

গিৰীনে বিদায় ল'লে। দুৱাৰমুখত থিয় হৈ আছিল মিনতি। গিৰীনে খন্তেক তাইলৈ চালে আৰু অনুভৱ কৰিলে, সদায় দেখি থকা এই ছোৱালীজনী হঠাতে ইমান সুন্দৰ হ'ল কেনেকৈ ! ঘৰৰ বাহিৰলৈ

ওলাই যাওঁতে সি পুনৰ অনুভব কৰিলে যেন কিবা এক অদৃশ্য শক্তিয়ে তাক পিচৰ পৰা ধৰি টানিছে। নিজৰ ঘৰলৈ আহি চকী এখনত বহা মাত্ৰকে তাৰ মনৰ চকুৰ আগত থিয় হ'লহি অপৰূপ ভঙ্গীত মিনতি।

দুপৰীয়া ভাত খাওঁতে দিবাকৰে আৰতিক সুধিছিল, "গিৰীন মাষ্টৰক তই মতাই অনাইছিলি নেকি?"

"আনিছিলো। তোমাৰ লগতো সেই বিষয়ে আলোচনা কৰা আৱশ্যক। মিনতিৰ বিয়া গিৰীনৰ লগতে পাতো বুলি ভাবিছো।"

"গিৰীন মাষ্টৰৰ লগত মিনতিৰ বিয়া?"

দিবাকৰৰ এনে প্ৰশ্নত অকণো আচৰিত নহৈ আৰতিয়ে ক'লে, "গিৰীনক মই ভালদৰে চিনি পাওঁ। মিনতি তেওঁৰ লগত সুখী হব পাৰিব।"

"কিন্তু কাকতিয়ে যে তাইৰ বিয়া এঠাইত বন্দোৱস্ত কৰিছিল।"

"তুমি ভুল নকৰিবা, ককাইদেউ! মিনতিৰ অভিভাৱক কাকতি নহয়; তুমি আৰু মইহে।"

"কিন্তু তেওঁ তাইক এজন চৰকাৰী অফিচাৰলৈ বিয়া দিয়াৰ কথা ভাবিছিল। চৰকাৰী অফিচাৰক এৰি এজন মাষ্টৰক ধৰাটো কি তোৰ উচিত হৈছে?"

"মই আগতে কৈছো, কাকতি মিনতিৰ অভিভাৱক নহয়। মই গিৰীনৰ লগত তাইৰ বিয়া ঠিক কৰিছো।"

"কাকতিক মিনতিৰ অভিভাৱক বুলি মানিবলৈ তোৰ আপত্তি থাকিব বুলি মই ভবা নাছিলো।"

"তুমি নভবা বহুত ঘটনাইতো ঘটিব পাৰে। শুনা, মিনতিৰ বিয়া গিৰীনৰ লগত হব।"

"কাকতিয়ে বেয়া পাব!"

"কাকতিৰ ভাল পোৱা বেয়া পোৱাৰ ওপৰত এজনী ছোৱালীৰ ভৱিষ্যত নিৰ্ভৰ নকৰে।"

দিবাকৰে দেখিলে আৰতিয়ে এইবাৰ পোন হৈ বহিছে আৰু তাইৰ মুখত এনে এক দৃঢ়তা প্ৰকাশ পাইছে যিটোলৈকে সি সদায় ভয় কৰে। সি জানে, মুখৰ সেই দৃঢ়তা তাইৰ নিজস্ব ব্যক্তিত্বৰ মাত্ৰ প্ৰকাশ আৰু



তেনে ব্যক্তিত্বৰ আগত যে তাৰ যুক্তি নৰয় সেই কথা সি ভালদৰে জানে। দেউতাকৰ মৃত্যুৰ পিচৰ পৰাই সি তাইৰ তেনে দৃঢ়তা লক্ষ্য কৰি আহিছে। কেতিয়াবা সি ভাবিছিল, অলপ দিনৰ পিচতে সিয়ো এক শক্তিশালী ব্যক্তিত্বৰ অধিকাৰী হব পাৰিব, তাৰো মুখত তেনে দৃঢ়তাৰ প্ৰকাশ ঘটিব আৰু তেতিয়া আৰতি আৰু মিনতিয়ে তাক শ্ৰদ্ধা আৰু ভয় কৰিব আৰু পৰিণামত সি হব প্ৰকৃত অৰ্থত সিহঁতৰ অভিভাৱক।

কিন্তু তেনে এক শক্তিশালী ব্যক্তিত্বৰ অধিকাৰী সি হব নোৱাৰিলে। দিন অতিবাহিত হ'ল কিন্তু ব্যক্তিত্ব লাভৰ আশাও লগে লগে নিৰ্মূল হ'ল। আৰতিৰ প্ৰতি ভয় আৰু ভক্তি আগৰ দৰেই থাকিল। তাৰ ধাৰণা স্পষ্টঃ মানুহৰ ব্যক্তিত্ব জন্মৰ লগতে অহা গুণ। জন্মকালতে সেই ব্যক্তিত্বৰ অধিকাৰী হৈ আহিব নোৱাৰিলে জীৱনত হাজাৰ চেষ্টা কৰিও মানুহে তাক আয়ত্ত কৰিব নোৱাৰে।

আৰতিয়ে উঠি গৈ দুৱাৰখন বন্ধ কৰি দিলে আৰু ঘূৰি আহি দিবাকৰৰ মুখে মুখে বহিল।

আৰতিক তেনে অৱস্থাত দেখি দিবাকৰ সতৰ্ক হ'ল। এই সময়ত কেনে ধৰণৰ কথা কৈ তাই তাক বিব্ৰত কৰিব পাৰে, সি অনুমান কৰিবলৈ লওঁতেই আৰতিয়ে কলে, "তুমি কাকতিক যিমান ভাল মানুহ বুলি ভাবিছা, সিমান ভাল মানুহ তেওঁ নহয়।"

"নিজৰ স্বামীৰ কথা এনেদৰে কোৱাটো—।"

"নিজৰ স্বামীৰ দোষৰ কথা তোমাৰ আগত নকৈ মই আনক কমগৈ নেকি? শুনা, ছয়-সাত বছৰমানৰ আগতে কাকতিয়ে এজনী গাঁৱৰ ছোৱালী বিয়া কৰাইছিল। তেওঁৰ এটা লৰাও জন্ম হৈছিল।"

আৰতিয়ে ভাবিছিল, তাইৰ তেনে কথা শুনি দিবাকৰ স্তম্ভিত হব। কিন্তু কথাষাৰ কৈয়েই তাৰ ফালে চাই দেখিলে তাৰ অভিব্যক্তিৰ কোনো পৰিবৰ্ত্তন ঘটা নাই। এইবাৰ স্তম্ভিত হ'ল তাই নিজে।

দিবাকৰে ভাবিলে, আৰতিক এক বিশেষভাৱে জব্দ কৰাৰ এইটো সময়। এই সুযোগ আজি গ্ৰহণ নকৰিলে নহব।

"তুমি এই কথাটো শুনি অকণো আচৰিত হোৱা নাই?"

"নাই হোৱা। কাৰণ কাকতিয়ে সেই কথা মোক কৈছিল।"

"কৈছিল!" আৰতিয়ে হঠাতে চিঞৰি দিলে। এই চিঞৰেহে যেন দিবাকৰক বেচি ভয় খুৱালে।

"মোৰ বিয়াৰ আগত কৈছিল নে পিচত কৈছিল?"

"আগতে কৈছিল।"

দিবাকৰে দেখিলে আৰতিৰ মুখৰ বৰণ সলনি হৈ লাহে লাহে ৰঙা হৈ আহিছে। তললৈ মূৰ কৰিয়েই সি থাকিল।

"তাৰ মানে—তাৰ মানে বিয়াৰ আগতে সেই কথা জানিও তুমি মোক কোৱা নাছিলা! কিয় কোৱা নাছিলা?"

আৰতিয়ে এক অসহায় দৃষ্টিৰে তাৰ মুখলৈ চালে আৰু চায়েই টেবুলত মূৰটো থৈ কান্দিবলৈ ধৰিলে।

কিছু সময়ৰ পিচত চাদৰৰ আঁচলেৰে চকুপানী মচি আৰতিয়ে তলৰ ওঁঠৰ একাংশ দাঁতেৰে কামুৰি এক নিৰ্মম বোবা দৃষ্টিৰে ঘৰটোৰ ইফালে সিফালে চাই দিবাকৰক সুধিলে, "বিয়াৰ আগতে সেই কথা জানিও তুমি মোক নকলা। কিয় নকলা?"

"নকলো দুটা কাৰণত। প্ৰথম, বিয়াখন ভগাৰ ভয়ত। দ্বিতীয়, কাকতিৰ কথাত মোৰ বিশ্বাস হৈছিল।"

"কি কথাত?"

"শুন আৰতি, তোক কথাটো মই বহলাই কওঁ। দেউতাক আৰু ঘৰৰ অত্যাচাৰ আৰু শাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈকে কাকতিয়ে সেই ছোৱালীজনী বিয়া কৰাইছিল। তেতিয়া তেওঁৰ বয়স কিমান আছিল জান? মাত্ৰ বাইশ বছৰ। বাইশ বছৰীয়া লৰা এটাই তেনে এটা ভুল কৰাৰ বাবে তাৰ গোটেই ভৱিষ্যত ধ্বংস হব নেকি? কিন্তু তাৰ দুবছৰৰ পিচত দেউতাক যেতিয়া ঢুকাল তেতিয়া কাকতিয়ে নিজৰ এনে এক ডাঙৰ ভুলৰ কথা উপলব্ধি কৰিলে। উপলব্ধি কৰি তেওঁ অনুতপ্তও হ'ল। বাইশ বছৰ বয়সত কৰা এটা ভুলৰ বাবে তেওঁ চিৰদিন দুখ ভোগ কৰাৰ দৰ্কাৰ নহয়। ময়ো কওঁ দৰ্কাৰ নহয়। জীৱনটোক ইমান ভীষণভাৱে লোৱা কি দৰ্কাৰ? আলহী ঘৰৰ দৰে এই পৃথিবীত আমি দুদিনমান আছো। এই দুদিনৰ ভিতৰতে হা-হুতাশেৰে তললৈ মূৰ কৰি বহি থকাটো মই ভাল নাপাওঁ।

"আৰতি, বিয়াৰ আগতে কাকতিৰ কোনটো কথাই মোক বেচি মুগ্ধ



কৰিছিল, জান? তেওঁ কৈছিল, এজনী অতি ভদ্ৰ আৰু সৰল তিৰোতা পুনৰ বিয়া কৰাই তেওঁ আগৰ ভুলৰ প্ৰায়শ্চিত্ত কৰিবলৈ বিচাৰে। তেওঁৰ বাবে তয়েই আছিলি হেনো সেইজনী তিৰোতা। তোৰ ওপৰত তেওঁৰ তেনে অগাধ বিশ্বাস দেখি মই আচৰিত হৈছিলো। তেওঁৰ বিশ্বাসে মোক এনেদৰে মুগ্ধ কৰিছিল যে তেওঁৰ আগৰ বিয়াৰ কথা তোক মই কব নোৱাৰিলো। তেওঁক মই এইটোৱে সুধিছিলো যে আৰতিয়ে আগৰ সেই বিয়াৰ কথা কেতিয়াও জানিবলৈ নাপাব নেকি? তেতিয়া তেওঁ কি কৈছিল, জান? তেওঁ কৈছিল, 'এদিন নহয় এদিন আৰতিয়ে সেই কথা জানিব। কিন্তু জনাৰ সময়ত আমাৰ ভালপোৱাই এনে এক চৰম বিন্দুত উপনীত হব যে ইজনে সিজনৰ পূৰ্বৰ ভুল-ভ্ৰান্তিৰ কথা একেবাৰে পাহৰি পেলাম; ভুলৰ কথা শুনিলেও ধৰিব লগা কথা নহয় বুলি ভুল এৰি দিম।'

"আৰতি, তোৰ বুদ্ধি-বিবেচনা যথেষ্ট। ইচ্ছা কৰিলেই কাকতিৰ আগৰ সেইবোৰ কথা পাহৰি যাব পাৰ। ধৰি ল, সেইবোৰ কথা তই যেনিবা শুনিবলৈকে পোৱা নাই। তেতিয়া কি কৰিলিহেঁতেন? অযথা খঙৰ বশৱৰ্ত্তী হৈ ঘৰখন ধ্বংস নকৰিবি। দিন পাৰ হোৱাৰ লগে লগে আটাইবোৰ পাহৰি যাব পাৰিবি। এই আমাৰ ঘৰখনৰ কথাকে ধৰ। দেউতা ঢুকুৱাৰ পিচতে ভাবিছিলো ঘৰখন নতুনকৈ সাজিম। কিন্তু দিন পাৰ হোৱাৰ লগে লগে এইখন ঘৰত থাকিয়ে দেখোন ভাল লাগিল। কি দৰ্কাৰ নতুনকৈ ঘৰ সাজি ধন আৰু পৰিশ্ৰম অযথা ব্যয় কৰা? আকৌ ধৰ মোৰ বিয়াৰ কথা। প্ৰথমতে ভাবিছিলো, বিয়া নকৰালে থাকিব নোৱাৰিম, ঘৰখনক ভালদৰে চলাবৰ বাবেই বিয়া পতাটো দৰ্কাৰ। কিন্তু দিন যোৱাৰ লগে লগে বিয়াৰ কথাটো দেখোন পাহৰি গ'লো। কি দৰ্কাৰ মিছাতে লোকৰ ছোৱালী এজনী আনি বান্ধোনত সোমোৱা? সেই কাৰণে কৈছো, জীৱনটোক বৰ টানকৈ নলবি। জীৱনে নহ'লে তোৰ ওপৰত প্ৰতিশোধ লব।

"গাৱঁৰ সেই তিৰোতাজনীক বিয়া কৰোৱা নাই বুলি কোৱা হলেও কাকতিক দোষ দিলোহেঁতেন। কিন্তু তেওঁ মাহে মাহে তিৰোতা-জনীক টকা দি আছে। দুষ্ট প্ৰকৃতিৰ হোৱাহেঁতেন তেওঁ কেতিয়াও সেইটো নকৰিলেহেঁতেন। এতিয়া তই হাজাৰ চেষ্টা কৰিও সেই

বিয়াৰ কথা নাইকিয়া কৰিব নোৱাৰ। আগতে ঘটা বেয়া ঘটনাবোৰ কেনেবাকৈ নাইকিয়া কৰিব পৰাহেঁতেন বৰ ভাল আছিল। কিন্তু নাইকিয়া কৰিব পাৰিবি জানো ? সেই কাৰণে কৈছো জীৱনত অলপ প্ৰেকটিকেল হবলৈ যত্ন কৰ, নহ'লে কষ্টতে তোৰ জীৱনটো যাব।"

কথাখিনি কৈয়েই দিবাকৰ উঠিল আৰু আৰতিয়ে কিবা এটা কোৱাৰ আগতে খৰধৰকৈ কোঠাৰ পৰা ওলাই গ'ল।

প্ৰকৃততে দিবাকৰৰ ইচ্ছা আছিল এই এটা সুযোগ লৈ আৰতিক তাৰ নিজৰ বিষয়েও দুটামান কথা শুনাই যোৱা। তাৰ প্ৰয়োজন আছিল তাইক কৈ দিয়া যে জীৱনটোক ভীষণভাৱে সি লোৱা নাই আৰু ঘৰখন তাৰ হাতত এনেদৰেই চলি থাকিব। ঘৰৰ বিষয়ে তাই অকণোকে ভবাৰ প্ৰয়োজন নাই। ঘৰখন নতুনকৈ সজাৰ আৰু নিজৰ বিয়া পতাৰ তাৰ বৰ্ত্তমান ইচ্ছা যে নাই সি এই সুযোগতে তাইক জনাই দিলে। তাৰ বিষয়ে মিনতিয়ে তাইক নানা কথা জনাইছে বুলি সি গম পাইছিল। এই সুযোগতে সেই গোচৰৰ উত্তৰো দি যোৱাৰ সি সাৰ্থকতা দেখিলে।

আৰতিয়ে নাজানে যে মিনতিৰ বিয়াৰ দায়িত্ব ৰমেশৰ হাতত দিবাকৰেই দিছিল। কেবাবাৰো কোৱাৰ পিচত ৰমেশে সেই দায়িত্ব গ্ৰহণ কৰিছিল আৰু সেই চৰকাৰী কাম কৰা ল'ৰাজনক তাইৰ বাবে ধৰিছিল। এতিয়া আৰতিয়ে নিজে আহি সেই দায়িত্ব লোৱা বাবে সি অন্য এক দায়িত্ব আৰু দুশ্চিন্তাৰ পৰা ৰক্ষা পালে।

এনেদৰে কেবাটাও দুশ্চিন্তাৰ পৰা নিজকে ৰক্ষা পোৱা বুলি ভাবি দিবাকৰে বহুদিন ধৰি আৰতিৰ কাষত নৈতিক পৰাজয় স্বীকাৰ কৰাৰ পৰাও ৰক্ষা পোৱাৰ বাবে তাইক তেনেদৰে কোৱাৰ সাৰ্থকতা দেখিলে। সেইখিনি কথাৰ মাজেদি এফালে যেনেকৈ নিজৰ পৰিকল্পনাৰ কথা প্ৰকাশ পালে, তেনেকৈ আন হাতেদি প্ৰকাশ পালে তাৰ ওপৰত ইমান দিন থকা তাইৰ নৈতিক প্ৰভাৱৰ অস্বীকাৰো। সি প্ৰমাণ কৰিবলৈ বিচাৰিলে, পুৰুষ হিচাপে সি নাৰীৰ প্ৰভাৱ মানি চলিব নোৱাৰে—সেই নাৰী আৰতিয়েই হওক বা অন্য কোনোবাই হওক। লগতে আৰতিক এক নতুন ধৰণৰ নৈতিক উপদেশ শুনাই সি সেই প্ৰভাৱৰ পৰা মুক্ত হোৱাৰ আনন্দত উৎফুল্লিত হ'ল। সি তাইক



দেখুৱাই দিলে যে আনক উপদেশ দিব পৰা বুদ্ধি আৰু বয়স দুয়োটাই তাৰ বৰ্ত্তমান আছে।

বছৰ বছৰ ধৰি মনত পুঞ্জীভূত হোৱা ক্ষোভ এনেদৰে প্ৰকাশ কৰি দিবাকৰ কোঠাৰ পৰা ওলাই গ'ল। সি আৰতিৰ কথা শুনিবলৈ অপেক্ষা এই কাৰণেই নকৰিলে যে তাইৰ কথাই কিজানি তাৰ মনৰ সেই অহঙ্কাৰ ভাৱটো নিৰ্ম্মম ভাৱে বাহিৰ কৰি দিয়ে। নিজৰ দোষৰ কথা আনৰ মুখত শুনি এক দাৰুণ কষ্ট পোৱা যায়। সেই কষ্টৰ পৰা মুক্তি পোৱাৰ একমাত্ৰ উপায় হ'ল নিজৰ দোষৰ কথা নিজেই উপযাচি আনৰ আগত কোৱা। দিবাকৰে সেই সুযোগ পূৰ্ণভাৱে গ্ৰহণ কৰিলে।

দিবাকৰক খৰধৰকৈ ঘৰৰ পৰা ওলাই যোৱা দেখি মিনতি আৰতি থকা কোঠালৈ সোমাই আহিল। দিবাকৰৰ কথা শুনি শুনি আৰতিৰ মন আৰু শৰীৰৰ ক্লান্তি গাঢ় হৈ আহিছিল। মিনতি অহা দেখি তাই স্বাভাৱিক হোৱাৰ যত্ন কৰিলে।

"বাইদেউ, ককাইদেৱে তেওঁৰ বিয়াৰ কথা কিবা কলেনেকি ?"

"বিয়া তোৰখনহে আগতে হব।"

মিনতিয়ে চকু দুটা বহলকৈ মেলি আৰতিৰ মুখলৈ চালে।

"গিৰীন হাজৰিকাৰ লগতে তোৰ বিয়া। তোৰ আপত্তি কৰিব লগা একো নাই নহয় ?"

মিনতিয়ে তললৈ মূৰ কৰি মনে মনে থাকিল। এই বিষয়ে তাইৰ যে আপত্তি নাই, তাই ভালদৰে জানে। মিনতিৰ মনৰ কথা নজনাহেঁতেন তাইক নোসোধাকৈ তাই গিৰীনক বিয়াৰ কথা কেতিয়াও নকলেহেঁতেন।

আৰতি বাহিৰলৈ ওলাই আহিল।

বাৰাণ্ডাৰ চকী এখনত বহি তাই ঘৰখনৰ চাৰিওফালে এবাৰ চালে। সকলোতে ধ্বংসৰ চিন গাঢ়। এনেদৰে চাই থাকোতে অলপ আগতে দিবাকৰে কোৱা প্ৰত্যেকটো কথাকে তাই মনলৈ আনিলে। ভাবি ভাবি তাই অধিক শ্ৰান্ত আৰু ক্লান্ত হ'ল।

আৰতিয়ে ভাবিলে, মিনতিৰ বিয়া দিয়াৰ পিচত আৰু স্বামীৰ লগত এক সিদ্ধান্তলৈ আহি তাই ঘৰখনৰ কথা ভালদৰে ভাবিব। এনেকুৱাও

হয়তো হব পাৰে, স্বামীৰ লগত সকলো সম্পৰ্ক ছিন্ন কৰি এই ঘৰতে, পিতৃ-পিতামহৰ আদৰৰ এই ঘৰতে জীৱনৰ বাকী দিনবোৰ অতিবাহিত কৰিব লাগিব। ৰমেশৰ লগত সম্পৰ্ক ৰক্ষা দিনে দিনে অসম্ভৱ হৈ উঠিছে—এই ঘৰকে তাই আকৌ একেবাৰে আপোন কৰি লোৱাৰ বাহিৰে অন্য উপায় নাথাকিব।

তাই এবাৰ ভাবিছিল, মিনতিকো তাই লগত লৈ যাব আৰু বিয়ালৈকে বায়েক-ভনীয়েক একেলগে থাকিব। কিন্তু পিচত সেই আশা তাই ত্যাগ কৰিলে। ৰমেশৰ লগত এক সংঘৰ্ষ অনিবাৰ্য্য যেতিয়া, তাত থাকিলে মিনতিয়ে প্ৰকৃত ঘটনা জানিব পাৰিব আৰু বায়েকৰ এনে অশান্তি দেখি তাই মৰ্মাহত হব। তাই যেনেকুৱা ছোৱালী, বৈবাহিক জীৱনত নিজৰ আদৰৰ বায়েকৰ এনে দুৰ্য্যোগ দেখি তাই নিজেও বিয়া নকৰিবলৈ এক সিদ্ধান্ত কৰিব। নিজৰ দুৰ্ভাগ্যৰ কথা মিনতিয়ে যাতে সামান্য ভাৱেও জানিব নোৱাৰে, তাৰ যত্নকে তাই সদায় কৰিব।

স্বামী-গৃহলৈ যোৱাৰ পথত মোমায়েকৰ ঘৰত আৰতিয়ে সোমাবলৈ ঠিক কৰিলে। মামীয়েকে তাইক মাকৰ দৰে মৰম কৰিছিল। নিজৰ দুৰ্ভাগ্যৰ কথা তাই এবাৰ মামীয়েকক কব, ক'লে মনৰ অশান্তি কিছু পৰিমানে লাঘৱ হব। মাক জীয়াই থকাহেঁতেন তাই সেই দুৰ্ভাগ্যৰ কথা বিৱৰি ক'লেহেঁতেন আৰু মাকৰ নিৰ্দেশ মানি তাই অগ্ৰসৰ হ'লহেঁতেন। মামীয়েকৰ নিৰ্দেশ তাই নামানিব পাৰে, কিন্তু কৃতজ্ঞতাৰ খাটিৰতে তেওঁক সেই কাহিনী কোৱা প্ৰয়োজন। নহ'লে পিচত তেওঁ তাইক দোষাৰোপ কৰি কব যে তাই তেওঁক পৰ বুলি ভাবে। কলেজত পঢ়া সেই চাৰিটা বছৰত মামীয়েকে কৰা মৰমৰ কথা তাই পাহৰা একেবাৰে অসম্ভৱ।

আৰতিক অহা দেখি মোমায়েকৰ গোটেই ঘৰখন আনন্দত উৎফুল্লিত হ'ল। তাই যেন তেওঁলোকৰ বাবে পৰম স্নেহৰ অতিথি, যাৰ আগমনৰ বাবে গোটেই ঘৰখনে বহুদিন প্ৰতীক্ষা কৰিছিল।

দুপৰীয়া ভাত-পানী খাই মামীয়েকে আৰতিৰ কথা শুনিবলৈ আগ্ৰহেৰে কাণ পাতিলে। ৰমেশৰ খবৰ, ঘৰখন চলোৱাত তাই কেনে সুবিধা অসুবিধাৰ সন্মুখীন হৈছে আদি বাতৰি জানিবলৈ তেওঁৰ বৰ



আগ্ৰহ। মাক-বায়েক নোহোৱা আৰতিৰ নানা কথাৰ একমাত্ৰ শ্ৰোতা যে তেওঁ, তাকো তেওঁ ভালদৰে জানে।

আৰতিয়ে অন্য কথাৰ ভূমিকা নেমেলাকৈয়ে মামীয়েকৰ আগত ৰমেশ-বিজুলীৰ কাহিনী কবলৈ আৰম্ভ কৰিলে। প্ৰথমৰে পৰা শেষলৈকে গোটেই কথাখিনি বেদনা-জড়িত কণ্ঠেৰে তাই কলে। কথা আৰম্ভ কৰোতেই মামীয়েকে দেখিলে তাইৰ চকু দুটা সজল হৈ উঠিছে।

মূঢ়া এটাত বহি মামীয়েকে শুনিছিল সেই কাহিনী। কথা শুনি শুনি তেওঁৰ মূৰটো লাহে লাহে তললৈ হাউলি গৈছিল। কথা শেষ হোৱাৰ অলপ আগতেই তেওঁৰ মূৰটো গৈ আঁঠুত লাগিল আৰু বহুত সময়লৈ তেওঁ তেনেকৈয়ে থাকিল।

কথা শেষ কৰি আৰতিয়ে ভাবিলে তাইৰ মাক আজি জীয়াই থকাহেঁতেন তাইৰ তেনে কৰুণ কাহিনী শুনি এনেকৈয়ে আঁঠুত মূৰ থৈ বেজাৰ কৰিলেহেঁতেন। বেজাৰত অভিভূত হৈ কথা কব নোৱাৰা হৈ থাকিলহেঁতেন। বহুত সময় মামীয়েকে মূৰ নোতোলা দেখি তাই আকৌ ভাবিলে যে তেওঁৰ মনত এনেকৈ দুখ দিব পৰা কথা তাই নোকোৱাহেঁতেনেই বোধকৰো ভাল হ'লহেঁতেন। কি প্ৰয়োজন আছিল নিজৰ ঘৰ-সংসাৰত স্বামী-পুত্ৰ-কন্যাক লৈ সুখত থকা এগৰাকী তিৰোতাক নিজৰ দুখৰ কাহিনী শুনাই এনেদৰে মৰ্মাহত কৰাৰ? কি প্ৰয়োজন আছিল নিজৰ অশান্তিৰ কাহিনী আনক শুনাই নিজৰ দুখ লাঘৱৰ বৃথা চেষ্টা কৰাৰ? কিন্তু তাই জানে এই কাহিনী এনেদৰে নোকোৱাহেঁতেন মামীয়েকেই এদিন তাইক দোষাৰোপ কৰিলেহেঁতেন। মামীয়েকেই কলেহেঁতেন যে আৰতিয়ে তাইক আপোন বুলি নভবাৰ বাবেহে তেনে কথা তেওঁক কোৱাৰ সাৰ্থকতা নেদেখিলে।

আৰতি ভাৱনাত মগ্ন হৈ থাকোঁতেই বহুত সময়ৰ পিচত মামীয়েকে মূৰ তুলিলে। আঁঠুৰ পৰা মূৰটো অলপ দাঙি তেওঁ চাদৰৰ আঁচলেৰে চকু দুটা মোহাৰি ললে। মূৰ তুলি তেওঁ প্ৰথমতে আৰতিলৈ চাব নোৱাৰিলে। দেৱালত আঁৰি থোৱা আৰতিৰ মাকৰ ফটোখনলৈ আকৌ ভালেমান সময় চাই তেওঁ কলে, "তই আজি যাব নালাগে। কাইলৈ গলেও হব।"

আৰতি মান্তি হ'ল।

পিচদিনা ৰাতিপুৱা মোমায়েকৰ মুখ দেখিয়েই আৰতিয়ে ঠিক অনুমান কৰিলে যে আগদিনা ৰাতি মামীয়েকে তেওঁক তাইৰ সকলো কথা কৈছে।

পিচদিনা গোটেই ৰাতিপুৱাটো মামীয়েকে আৰতিক এটা কথাও নক'লে। তললৈ মূৰ কৰি কেৱল তেওঁ আৰতিৰ কথাকে ভাবি থাকিল।

দুপৰীয়া ভাত খাই মামীয়েকে তাইক আগত বহুৱাই কিছু সময় মুখলৈ চাই থাকি সুধিলে, "তোৰ প্ৰতি ৰমেশৰ ব্যৱহাৰ-পাতি কেনেকুৱা?"

"বৰ ভাল আছিল।"

"বৰ ভাল আছিল মানে? এতিয়া ভাল নহয় নেকি?"

"মই তেওঁৰ বিয়াৰ কথা জনাৰ আগলৈকে আৰু সেই বিষয়ে তেওঁক সোধাৰ আগলৈকে ভাল আছিল।"

"সি আগৰ বিয়াৰ কথা তোক একেবাৰে জানিবলৈ দিয়া নাছিল?"

"নাছিল।"

"তোৰ লগত বিয়াৰ পিচত ৰমেশৰ বিজুলীৰ লগত কিবা সম্পৰ্ক থকাৰ কথা তই জান নেকি?"

"মোৰ বিশ্বাস, মাহে মাহে টকাখিনি পঠোৱাৰ বাহিৰে আন সম্পৰ্ক নাছিল।"

"বিজুলীৰ ওচৰলৈ ৰমেশ নাই যোৱা বুলি তই জান?"

"জানো।"

মামীয়েকৰ মুখৰ পৰা এটা সকাহৰ হুমুনিয়াহ ওলাই আহিল। এনে এক করুণ নাটকত যেন এয়াই একমাত্র সকাহ।

"বিজুলীৰ কথা জনাৰ আগলৈকে তই ৰমেশক কেনে ধৰণৰ মানুহ বুলি ভাবিছিলি?"

আৰতিৰ মুখ যেন ভালদৰে খোল খালে।

"মামী, সেই ডেৰটা বছৰৰ কথা ভাবিলে আজি মোৰ এটা দীঘলীয়া সুখৰ স্বপ্ন দেখা যেন লাগে। সেইটো কথাকে আজি মই আপোনাক নকলে নহয়। আন তিৰোতাই নিজৰ স্বামীক কিমান ভাল পায় মই নাজানো, কিন্তু মই তেওঁক যিমান ভাল পাইছিলো তাৰ দহ ভাগৰ এভাগো যদি কোনোবা তিৰোতাই নিজৰ স্বামীক ভাল পায় তেন্তে



তেওঁৰ দৰে ভাগ্যৱতী তিৰোতা আৰু নাই। ইমান সুখ, ইমান আনন্দ, মোৰ ভাগ্যত লিখা আছিল! ইমান সুখ আনন্দৰো মই অধিকাৰী হব পাৰিছিলো! মামী, মই আজি আপোনাক নক'লে মনত শান্তি নাপাম যে এখন্তেকৰ বাবেও তেওঁক নেদেখিলে মই থাকিব নোৱাৰিছিলো। এখন্তেকৰ বাবেও তেওঁ কৰবালৈ ওলাই গলে মোৰ চকুপানী ওলাইছিল। পত্নী হবলৈ পোৱাটোত যে কি সুখ, কি আনন্দ! এজন পুৰুষৰ একেবাৰে আপোন হোৱাটো যে কিমান ডাঙৰ ভাগ্য! সেই ঘৰখনৰ প্ৰতিটো বস্তুকে মই সুন্দৰ দেখিছিলো, তেওঁ ভালপোৱা প্ৰতিটো বস্তুকে মই ভাল পাইছিলো। মই যেন তেওঁৰ লগত মোৰ সৰ্বস্ব মিলাই দিছিলো। তেওঁৰ মঙ্গলেই মোৰ মঙ্গল, তেওঁৰ দুখেই মোৰ দুখ। তেওঁক অৱলম্বন কৰি মই মানুহজনী ডাঙৰ হম বুলি ভাবিছিলো, তেওঁৰ পৰামৰ্শত মই দিনে দিনে গঢ় লম বুলি দৃঢ়বদ্ধ হৈছিলো। বিয়াৰ আগতে ভাবিছিলো মোৰ চিন্তাক আন কোনেও গঢ় দিব নোৱাৰে, আনৰ প্ৰভাৱ মানি ললেই মই অতি সাধাৰণ হৈ যাম বুলি ভাবিছিলো। কিন্তু তেওঁৰ কাষ পোৱাৰ লগতে মোৰ পূৰ্বৰ সেই অহঙ্কাৰ শেষ হ'ল। মোৰ যেন জন্মান্তৰ ঘটিছে। বিয়াৰ আগৰ কথা মই পাহৰি গলো। তেওঁক ইমান দিন আপোন কৰি কিয় পাব নোৱাৰিলো তাৰ ভাৱনাতহে মই অসুখী হলো।

"তেওঁক সুখ দিবৰ বাবে মই কৰা নাছিলো কি, মামী? তেওঁ ভাল পোৱা কথা কৈছিলো, তেওঁ ভাল পোৱা ঠাইলৈ ফুৰিবলৈ গৈছিলো, তেওঁ ভাল পোৱা মানুহক আদৰ-অভ্যৰ্থনা কৰিছিলো। তেওঁ ভালপোৱা খাদ্য নিজ হাতেৰে অতি যত্নেৰে তৈয়াৰী কৰিছিলো। তেওঁ বাহিৰৰ পৰা আহিব আহিব বুলি দুৱাৰমুখলৈ চাইছিলো। তেওঁৰ ভৰিৰ খোজৰ শব্দও মই ঠিকমতে চিনি পাইছিলো, আনকি তেওঁৰ মনৰ ভাৱকো মই অনুমান কৰি লব পাৰিছিলো।

"মই আপোনাক আকৌ কৈছো মামী, মোৰ সুখ আৰু শান্তিয়ে যেন নধৰা হৈছিল। আন তিৰোতাৰো তেনেই নধৰা হব পাৰে কিন্তু মই তেতিয়া ভাবিছিলো মোৰ ভালপোৱাৰ উদাহৰণ নাই, তুলনা নাই। তেতিয়া স্বামীৰ ভালপোৱাত মই ইমান মুগ্ধ হৈ আছিলো যে খন্তেকৰ বাবেও ভবা নাছিলো ইমান সুখ, ইমান শান্তি এজনী মানুহে

পাব পৰাতকৈ আচলতে বহুত বেচি। ইমান সুখ ইমান শান্তিৰ অধিকাৰী কেৱল এজনী মানুহেই হব নোৱাৰে বুলি মই স্বপ্নতো ভবা নাছিলো। স্বামীৰ প্ৰতি প্ৰেমে মোক অন্ধ কৰিছিল। আবেগৰ দ্বাৰা মই নিয়ন্ত্ৰিত হৈছিলো।

"মামী, আপুনি ভাবিলে আচৰিত হব যে, তেওঁক ইমান আপোনকৈ পাই মই মোৰ ভাৱনাৰে চৰম পৰিণতিৰ বাবেও প্ৰস্তুত হৈছিলো। তেওঁৰ হাতত ধৰি মই মৰিব পাৰিলোহেঁতেন, হাঁহি হাঁহি মৰিব পাৰিলোহেঁতেন। তেনে এক মৰণকে মই সদায় আশা কৰিলোহেঁতেন। জীৱনৰ সকলো সুখ আৰু শান্তি একেলগে ইমান বেচিকৈ লাভ কৰাৰ পিচত মৰণলৈ জানো ভয় কৰিলোহেঁতেন ?

"মামী, তেনেদৰে নিজক উচ্ছন্ন কৰি দিয়াৰ পিচত এদিন যেতিয়া শুনিলো যে তেওঁ বিয়া কৰোৱা তিৰোতা এটা ল'ৰাৰ সৈতে ওচৰতে জীয়াই আছে, তেতিয়া মই কেনেকৈ জীয়াই থাকিব পাৰো বুলি আপুনি ভাবে ? সেই কথা শুনি আন কোনোবা তিৰোতাই থিৰেৰে থাকিব পাৰিবনে ? কওক মামী, থিৰেৰে থাকিব পাৰিবনে ? নিজৰ যথাসৰ্বস্ব উবুৰিয়াই দি ভালপোৱা তিৰোতাৰ ভাগ্যত ইমান দুখ কেতিয়াবা ঘটিছেনে ? বিয়াৰ আগতে তেওঁ মোক আগতে এজনী বিয়া কৰোৱাৰ কথা কব নোৱাৰিলেহেঁতেন নে ? কোৱাহেঁতেন মই বুজিলোহেঁতেন তেওঁ নিজৰ দোষৰ বাবে অনুতাপ কৰিছে।

"যিজনী মানুহে এটা সৰল আৰু পবিত্ৰ জীৱন কটোৱাৰ কথা সকৰে পৰা ভাবিছিল, সেইজনী মানুহৰে এনে দুৰ্দশা হ'ল। কিন্তু এনে দুৰ্দশাৰ বাবে মইতো দোষী নহয়! আপুনি মোক দোষী বুলি কব পাৰিব ? তেৱেঁই জানো কব পাৰিব ? সংসাৰত এনে বহুত মানুহ আছে যি দোষ কৰি শাস্তি পায়, শাস্তি পালেও সিহঁতে দুখ নাপায়, কাৰণ সিহঁতে জানে যে দোষ কৰিলে শাস্তি পাবই লাগিব। মানুহে মানুহক হত্যা কৰে। আইনৰ বিচাৰত হত্যাকাৰীৰ ফাঁচী হয়। ফাঁচীত উঠাৰ আগলৈকে তেনে মানুহে নিশ্চয় ভাৱে যে মানুহ হত্যাৰ বাবে এনে শাস্তিৰ গৰাকী সি হবই লাগিব। সেই সময়ত হয়তো তাৰ মনৰ দুখ পাতলে। বাহিৰত থকা আত্মীয়-স্বজনেহে সি মনত মাৰাত্মক দুখ পোৱা বুলি ভাবি বেচি দুখ কৰে। কিন্তু, কিন্তু মামী, মই কি



এনে দোষ কৰিছিলো যাৰ বাবে এনে মাৰাত্মক দুখ পাব লগা হ'ল ? ক'লৈ গ'লে, কি কৰিলে এই দুখৰ পৰা মই হাত সাৰিব পাৰিম ? কওক, মামী, মই ক'লৈ গৈ কি কৰিম !"

এইবাৰ আৰতিৰ দুয়ো চকুৰ পৰা পানী বাগৰি আহিল।

মামীয়েকে তাইৰ চকুপানী নোলোৱা হোৱালৈ অপেক্ষা কৰিলে। তেওঁ জানে, এনে বেজাৰত লগে লগে সান্ত্বনা দিয়াৰ চেষ্টা বৃথা।

চকুপানী মোহাৰি তাই মামীয়েকলৈ চালে। এইবাৰ কথা কোৱাৰ দায়িত্ব তেওঁৰ।

"এটা কাম কৰ। মই জানো, তই কৰিব পাৰিবি।"

"কি কাম মামী ?"

"সেই কথাবোৰ লাহে লাহে পাহৰি যাবলৈ যত্ন কৰ।"

"যত্ন কৰিলেই পাহৰিব পাৰিম বুলি আপুনি ভাবিছেনেকি ?"

"তাৰ এটা উপায় আছে।"

"কি ?"

"ৰমেশক তই ক্ষমা কৰ।"

"ক্ষমা !" আৰতিয়ে চিঞৰাৰ দৰে কলে।

তাই ভাবিছিল মামীয়েকে ক্ষমা কৰাৰ পৰিবৰ্তে তেওঁক অভিশাপ দিব আৰু তেওঁৰ লগৰ পৰা আঁতৰি আহিবলৈ উপদেশ দিব। কিন্তু ক্ষমা কৰাৰ কথা শুনি তাই স্তম্ভিত হ'ল।

"ক্ষমা কৰিলে তই মনত বৰ শান্তি পাবি। তাৰ বাহিৰে মই আন পথ বিচাৰিও পোৱা নাই। তই কৈছ, তোক বিয়া কৰোৱাৰ পিচত ৰমেশ বিজুলীৰ ওচৰলৈ যোৱা নাই আৰু মাহে মাহে টকাখিনি পঠোৱাৰ বাহিৰে তাইৰ লগত আন সম্পৰ্ক ৰখা নাই। সেই কাৰণেই মই কওঁ যে তোক বিয়া কৰাই সি আগৰ কথা পাহৰি গৈছে। সেই মানুহজনীকো ল'ৰাটোৰে সৈতে বাঁচি থাকিবৰ বাবে সি টকা-পইচা দি আছে। এই ফালৰ পৰা ৰমেশ ক্ষমাৰ যোগ্য। বিজুলীক ৰমেশে বিয়া কৰোৱাটো সঁচা, সেই কথাটো নোহোৱা তই কৰিব নোৱাৰ। সেই কাৰণেই কওঁ, লাহে লাহে তই সেইবোৰ কথা পাহৰি যা।

"তাকে নকৰি তই ৰমেশৰ পৰা আঁতৰি ঘৰলৈ ঘূৰি আহিব পাৰ। কিন্তু আহিলেই মনত শান্তি পাবি বুলি ভাবিছ নেকি ? আশ্ৰয় দিব

কোনে তোক? তোৰ মাৰ-দেউতাৰ জীয়াই থকা নাই, যি এটা ককায়েৰ আছে সিয়ো দায়িত্বহীন। গতিকে কাৰ মুখলৈ চাই তই ঘৰত শান্তি পাবি? তোৰ গোটেই ভৱিষ্যতটো আগত পৰি আছে। নভবা নিচিন্তাকৈ কিবা এটা কৰি পেলালে তোৰ বৰ ডাঙৰ বিপদ হব।

"মতা মানুহবোৰ ল'ৰাৰ দৰে বুলি তোক এবাৰ কোৱা মোৰ মনত আছে। মৰম কৰিলে তোৰ বশ হৈ থাকিব। একৈশ বাইশ বছৰ বয়সত ৰমেশে সেই কাম কৰিছিল, সেই বয়সত মানুহৰ বুদ্ধি-বৃত্তি বেচি হয় বুলি তোক কোনে কলে? ত্ৰিশ-পঁয়ত্ৰিশ বছৰ বয়সত কৰাহেঁতেন বাৰু দোষ দিওঁ। আৰু এটা কথা মনত ৰাখিবি। বিজুলীৰ পৰা ৰমেশ পলাই অহা নাই। সি তাইক এদিন বিয়া কৰোৱাৰ কথা স্বীকাৰ কৰে আৰু তাই বাঁচি থকাৰ দিহাও সি কৰি দিছে। কেৱল তাইক একেলগে সি ৰখা নাই। তাইক যেতিয়া সি একেলগে ৰখা নাই আৰু আগলৈয়ো নাৰাখে, তেন্তে তোৰ ভয় কৰিবলৈ কি আছে?

"এটা কথা তই কেতিয়াও নাপাহৰিবি। তই নিজে কেতিয়াও একো দোষ কৰা নাই। তোৰ মন যদি পৱিত্ৰ, তেনেহলে আনৰ দোষৰ বাবে তোৰ টোপনি খটিৰ দৰ্কাৰ নাই। আমি ৰামায়ণ-মহাভাৰত পঢ়ি ভাল পাওঁ, ৰামায়ণ-মহাভাৰতক লৈ আমি বৰ গৌৰৱ কৰো। কিন্তু তাৰ পৰা নিজৰ জীৱনত শিক্ষা গ্ৰহণ আমি কৰিব নোৱাৰো কিয়? সীতাৰ অন্তৰ পৱিত্ৰ আছিল বাবে ৰাৱণে তেওঁৰ একো অনিষ্ট কৰিব নোৱাৰিলে। দ্ৰৌপদীৰ অন্তৰ পৱিত্ৰ আছিল বাবে বস্ত্ৰহৰণ কৰিও কৌৰৱে তেওঁৰ সতীত্ব নষ্ট কৰিব নোৱাৰিলে। আমাৰ দেশত তিৰোতাই কষ্ট ভোগ কৰাৰ কথা সকলোৱে জানে। সৎ আৰু পৱিত্ৰ হলেও দুখ ভোগ জীৱনত আমাৰ আছেই। কষ্ট ভোগ কৰি তিৰোতা জুইত পোৰা সোণৰ দৰে বেছি উজ্জ্বল হয়। এই কথা তই কেতিয়াও নাপাহৰিবি।"

"তোক কৈছিলো ৰমেশক ক্ষমা কৰাৰ কথা। ক্ষমা কৰাটো ডাঙৰৰ লক্ষণ। শত্ৰুকো আচলতে ক্ষমা কৰিব লাগে, তেতিয়া তেনে শত্ৰুৱেই তোৰ এদিন মিত্ৰ হব। ৰামায়ণ-মহাভাৰতৰ পৰাই আকৌ শিক্ষা ল। অৰ্জুন ভীষ্মদেৱৰ শত্ৰু আছিল, অৰ্জুনৰ শৰতে তেওঁৰ মৰণ হৈছিল। কিন্তু মৰণৰ অলপ আগতে ভীষ্মদেৱে কাৰ হাতৰ পৰা পানী



খাবলৈ ইচ্ছা কৰিলে জান? পানী খাবলৈ ইচ্ছা কৰিলে দুৰ্য্যোধনৰ হাতৰ পৰা নহয়, ইচ্ছা কৰিলে শত্ৰু অৰ্জুনৰ হাতৰ পৰা। ৰামায়ণৰ কথা শুন। ৰামৰ শৰত ৰাৱণৰ মৃত্যু হওঁ হওঁ। কিন্তু তেনে অৱস্থাতো ৰাৱণে ৰামক ৰাজনীতি শিক্ষা দিছে। ৰাম, লক্ষ্মণ আৰু সীতাৰ লগত বনবাসৰ পৰা উভতি আহি হনুমানে অযোধ্যাত প্ৰথমতে সেৱা কৰিছিলহি কাক, জান? সেৱা কৰিছিল কৈকেয়ীক, আৰু সেৱা কৰি কৈছিল যে তেওঁ চলনা কৰি ৰামচন্দ্ৰক বনলৈ নপঠোৱাহেঁতেন, তেওঁ তেওঁৰ সেৱাৰ পৰা বঞ্চিত হ'লহেঁতেন। সেই কাৰণে কৈছো, তই ৰমেশৰ দোষৰ কথা পাহৰি যা, তাক ক্ষমা কৰ। ৰমেশ তোৰ শত্ৰুও নহয়, তাৰ দোষৰ কথা পাহৰিবলৈ তোক বেছি সময় নালাগে।

"ৰমেশে এটা মাত্ৰ ভুল কৰিলে। সি তেনে ভুল দ্বিতীয়বাৰ কৰা নাই। সকলো মানুহেই ভুল কৰে। মহাপুৰুষেও ভুল কৰে, কিন্তু তেওঁ একেটা ভুলকে দুবাৰ নকৰে। সেই ফালৰ পৰা ৰমেশ বহুত মানুহতকৈ ওপৰ বুলি ধৰিবি।"

মামীয়েকে কথা শেষ কৰি আৰতিলৈ চালে। আৰতিয়ে তেতিয়া তেওঁৰ ইমানখিনি কথাৰ তাৎপৰ্য্য উপলব্ধি কৰিবলৈকে তললৈ মূৰ কৰি থাকিল।

মামীয়েকৰ মনৰ সকলো সন্দেহ এতিয়া নাইকিয়া হ'ল। যোৱা চৌবিশ ঘণ্টা ধৰি আৰতিৰ কথা ভাবি ভাবি তেওঁ ম্ৰিয়মান হৈছিল। তেনে দুখৰ পৰা তাইক ৰক্ষা কৰিবলৈ তেওঁ কেবাটা উপায়ো ভাবিছিল। এতিয়া ৰমেশক ক্ষমা কৰা বিষয়ে তাইক কোৱা কথাখিনিত তেওঁ নিজেই সন্তুষ্ট হ'ল। তেওঁ উপলব্ধি কৰিলে, তাতকৈ বেচি ভাল উপায় আন কোনেও দিব নোৱাৰিলেহেঁতেন। এই সবল আৰু শান্ত ছোৱালীজনীয়ে মনৰ শান্তি পাবৰ বাবে ইয়াতকৈ ভাল উপায় আৰু নাই।

সেইদিনা গোটেই আবেলি আৰু সন্ধিয়া আৰতিয়ে মামীয়েকৰ কথাখিনিকে ভাবি থাকিবলৈ ধৰিলে। ভাবি ভাবি শেষত তাই সিদ্ধান্তলৈ আহিল: ৰমেশৰ অতি কাষৰ পৰা এই উপায় অৱলম্বন কৰা নকৰাৰ কথা তাই ভালদৰে ভাবি চাব।

পিচদিনা ৰাতিপুৱা তাই স্বামী-গৃহলৈ উভতি গ'ল।

উভতি যোৱাৰ দিনা আবেলি সেই কাম কৰা মানুহটোৱে তাইক এটা কথা ক'লেহি যিটোৱে তাইৰ হৃদয় আকৌ এবাৰৰ বাবে কঁপাই দিলে।

মানুহটোৱে ক'লে, বিজুলীৰ মাক আহিছিল মাহেকৰ টকা নিবৰ বাবে। লগতে তেওঁ তাক ক'লে যে বিজুলীয়ে এবাৰ আৰতিক দেখা কৰাৰ ইচ্ছা কৰিছে। আৰতিয়ে দেখা কৰিবলৈ অনুমতি দিব নেকি?

আৰতিৰ কপালৰ ৰেখা প্ৰকট হ'ল। অনুমতি! কিহৰ অনুমতি! বিজুলীয়ে কি এই ঘৰত ভালদৰে সোমোৱাৰ অভিপ্ৰায় কৰিছে! ইয়াৰ লগত ৰমেশৰ নিৰ্দেশ জড়িত আছে নেকি?

যিমানে তাই ভাবিলে সিমানে গাৱঁত থকা বিজুলী নামৰ তিৰোতা-জনীয়ে তাইৰ হৃদয়-মন এক বিচিত্ৰ ভঙ্গীৰে অধিকাৰ কৰি ল'লে। যেনিয়েই চাই তেনিয়েই যেন বিজুলী তাইৰ চকুৰ আগত থিয় হৈ আছে—সহস্ৰ ৰূপত তাই যেন তাইক ইফালে সিফালে চাৰিওফালে বেঢ়ি আছে।

আৰতিয়ে বুজিলে, বিজুলীৰ গ্ৰাসৰ পৰা ৰক্ষা পোৱাৰ আশা নাই। বিষাক্ত সৰ্প'ই দংশন কৰা মানুহৰ ধৰণি ধৰিব নোৱাৰাৰ দৰে বিজুলীৰ গ্ৰাসৰ পৰা তাইৰ মুক্তিৰ কোনো আশা নাই। কোনোবা এটা মুহূৰ্তত দুয়োহাত প্ৰসাৰ কৰি মুখত এটা বিদ্বেষৰ হাঁহিৰে বিজুলীয়ে যেন তাইক কৈছেঃ তোমাৰ সকলো গৰ্ব-অহঙ্কাৰ মই নিৰ্মূল কৰিলো। যিজন লোকৰ পত্নী হিচাপে তুমি এতিয়া বাস কৰিছা, তেওঁৰ প্ৰথম প্ৰেম লাভ কৰিছিলো মই। স্বামীক লৈ তেনেহলে তোমাৰ অহঙ্কাৰৰ কি মূল্য আছে? ৰমেশ কাকতিৰ ঘৰত তুমি বিনা-নিমন্ত্ৰিত, তুমি অনাদৃতা! তোমাক তেওঁৰ আৱশ্যক হৈছিল সমাজৰ উচ্চ-স্তৰত জীয়াই থকাৰ উপায় হিচাপে, তেওঁৰ প্ৰেম বা ভালপোৱাৰ পাত্ৰী তুমি আচলতে নোহোৱা। তুমি মাত্ৰ এটা অস্ত্ৰ, ৰমেশ কাকতিয়ে তোমাক ব্যৱহাৰ কৰি সমাজত শুচি হবলৈ মাত্ৰ বিচাৰিছিল।

বিজুলীয়ে যেন অতি কাষৰ পৰা আহি কৰ্কশ মাতেৰে তাইক ক'লেঃ মোৰ অহঙ্কাৰ, মোৰ গৌৰৱৰ কথা শুনিলে তোমাৰ হৃদয় বিদীৰ্ণ হব। বিদীৰ্ণ নোহোৱাকৈ থাকিব পাৰে? সৰুৰে পৰা তুমি ভাবিছিলা, তোমাৰ স্বামীৰ জীৱনত তুমিয়েই হবা প্ৰথম নাৰী।



কিন্তু তোমাৰ স্বামীৰ প্ৰথম নাৰী হ'লো মই, তুমি দ্বিতীয়। তাৰ প্ৰমাণ লাগে? তাৰ প্ৰমাণ হ'ল মোৰ পুত্ৰ সন্তান। তাৰ পিতৃ হ'ল ৰমেশ কাকতি। তেওঁক সোধা, তেওঁ কব সেই সন্তানৰ পিতৃ তেঁৱেই।

দুৱাৰ বন্ধ কৰি বিচনাত বাগৰি চকু মুদি দিয়া সত্বেও আৰতিয়ে যেন বিজুলীৰ কথা শুনিবলৈ পালে। কাণ দুখন দুয়ো হাতেৰে বন্ধ কৰি থলেও সেই কথা ৰহস্যজনক ভাৱে তাই শুনিবলৈ পাবই। কথা কৈ কৈ বিজুলী যেন তাইৰ কাষলৈ, অতি কাষলৈ আহিবলৈ ধৰিছে। তাই পলাব খুজিছে, কিন্তু পলোৱাৰ একো উপায় নাই। কোনো এক বিশালাকাৰ দৈত্যৰ শক্তিৰে যেন বিজুলীয়ে তাইক দুয়োখন হাতেৰে সাৱতি ধৰিবলৈ উদ্যত হৈছে। বিজুলীয়ে যেন ৰমেশৰ হাতৰ এদিন নিবিড় স্পৰ্শ পৰা তাইৰ শৰীৰৰ বিভিন্ন অংশ নিৰাবৰণ কৰি আৰতিক দেখুৱাইছে। আৰতিৰ অবাক নয়নৰ আগত স্পষ্ট হৈ উঠিছে ৰমেশৰ প্ৰেমৰ চিহ্ন প্ৰকট হৈ থকা বিজুলীৰ হাত, চকু, গাল, ওঁঠ, ডিঙি, স্তন, স্তনৰ প্ৰান্ত।

তিনি দিন তিনি ৰাতি বিজুলীৰ ভাৱনাত নিৰ্মমভাৱে আক্ৰান্ত 'হৈ আৰতিয়ে সিদ্ধান্ত কৰিলেঃ বিজুলীক লৈ কিবা এটা তৎক্ষণাতে নকৰিলে তাই উন্মাদ হৈ যাব। কাম কৰা মানুহটোক মাতি আনি ক'লে, "বিজুলীলৈ বাতৰি পঠিয়াই দে, ময়ে গৈ তেওঁক লগ পামগৈ। তেওঁ ইয়ালৈ আহিব নালাগে।"

মানুহটোক তেনেকৈ কৈহে যেন আৰতি আসন্ন মৃত্যুৰ পৰা বাঁচিল। এটা মাত্ৰ কথাৰ ওপৰতে যেন তাইৰ জীৱনৰ নিশ্চয়তা নিৰ্ভৰ কৰিছিল!

বিজুলীক দেখা কৰিবলৈ সিদ্ধান্ত কৰি আৰতিয়ে ৰমেশৰ সন্মুখত ভৱিষ্যতৰ এক সিদ্ধান্তৰ বাবে থিয় দিয়াৰ পৰিকল্পনা কিছু দিনৰ বাবে স্থগিত ৰাখিলে। তাইৰ এনে ধাৰণা হ'ল যেন বিজুলীও এইখন কৰুণ নাটকৰ এটা অপৰিহাৰ্য্য চৰিত্ৰ; তাইৰ বিনা অনুমতিত তাইৰ আৰু ৰমেশৰ জীৱনৰ ভৱিষ্যত নিৰ্ণয় হব নোৱাৰে। এনে ভাৱনাৰ মাজেদি তাই বিজুলীক নেদেখাকৈয়ে তাইৰ প্ৰভাৱ অনুভৱ কৰিলে। কিন্তু তাইৰ প্ৰভাৱৰ পৰা মুক্ত হোৱাৰ আশা নাই। বহুত দিনৰ আগতে ৰমেশেই সেই প্ৰভাৱৰ সৃষ্টি কৰিছে।

সাতদিনৰ পিচত এদিন ৰমেশ গ'ল কলিকতালৈ। এই সুযোগ গ্ৰহণ কৰি আৰতি বিজুলীৰ ওচৰলৈ যাবলৈ প্ৰস্তুত হ'ল। এক অদৃশ্য শক্তিয়ে তাইক প্ৰবল ভাৱে বিজুলীৰ ফালে আকৰ্ষণ কৰিছে। একমাত্ৰ মৃত্যুৰ বিনিময়তহে যেন তাই সেই আকৰ্ষণৰ পৰা ৰক্ষা পাব পাৰিব।

বিজুলীলৈ আগদিনাই খবৰ পঠোৱা হ'ল। লোকদৃষ্টিৰ হাত সাৰিবলৈ আৰতিয়ে বাছতে যোৱা ঠিক কৰিলে।

বাছত উঠি তাইৰ চকুৰে-মুখে দৃঢ়তা স্পষ্ট হ'ল। বাৰে বাৰে তাইৰ ধাৰণা হ'ল তাই তাইৰ জীৱনৰ একমাত্ৰ আৰু অতি শক্তিশালী প্ৰতিদ্বন্দ্বীৰ সন্মুখত থিয় দিবৰ বাবে আহিছে। তেনে প্ৰতিদ্বন্দ্বীৰ সন্মুখত তাইৰ কি দশা হয়, তাই নিজেই নাজানে। প্ৰতিদ্বন্দ্বীক লগ পোৱাটোহে যেন আচল কথা; লগ পোৱাৰ পিচত ঘটা ঘটনা সামান্য।

বাছখন এক ডাঙৰ শব্দেৰে চলিবলৈ ধৰোতেই আৰতিৰ বিবেকো যেন হঠাতে জাগ্ৰত হ'ল। গাৱঁত বাস কৰি থকা তিৰোতাজনীৰ লগত তাইৰ সামান্য সম্পৰ্কও নাই। তাই তাইৰ বাবে বিদেশী, সুদূৰ, পৰিচয়হীন। অথচ সেইজনী মানুহকে লগ পাবৰ বাবে এনে কাঙালৰ দৰে তাই লোকদৃষ্টিৰ আশঙ্কাত বাছত আহিব লগা হৈছে! এনে কাণ্ডও ঘটিব পাৰে? পৰিচিত লোকক, আপোনজনক লগ পাবৰ বাবে অহৰহ মানুহ আহিছে গৈছে। কিন্তু বিজুলী তাইৰ একো নহ'লেও আজি তাইক লগ পোৱাটো অতি আপোনজনক লগ পোৱাতকৈ বেচি প্ৰয়োজনীয়। এইটোতো কেৱল প্ৰয়োজনেই নহয়! ভগৱানৰ নিৰ্মম নিৰ্দেশত যেন তাই যন্ত্ৰচালিত ভাৱে বিজুলীৰ ফালে ধাবিত হৈছে। বাছৰ আনবোৰ যাত্ৰীয়ে ভাবিছে, তাই লগ পাবলৈ গৈছে তাইৰ অতি আপোনজনক: স্বামী, পুত্ৰ, মাতৃ, ভগ্নীক। তাইৰ হৃদয়ত ক্ষণে ক্ষণে জ্বলি উঠা বেদনাৰ জুইৰ কথা এইবোৰ মানুহে জানিব কেনেকৈ! যাত্ৰীবোৰৰ লগত উদ্দেশ্যৰ সমন্বয়হীনতাই তাইক একক কৰিলে: এনে নিঃস্ব আৰু অসহায়হীন তাই আগতে কেতিয়াও হোৱা নাছিল, হোৱাৰ প্ৰয়োজন নাছিল। অনেক মানুহৰ মাজত থাকিও মানুহ যে নিঃসঙ্গ হব পাৰে, তাই এই প্ৰথম বাৰৰ বাবে উপলব্ধি কৰিলে।

বাছ ষ্টেণ্ডত নামি কিছু দূৰ খোজ কাঢ়ি আৰতি বিজুলীৰ ঘৰৰ আগত উপস্থিত হ'লহি। বাৰীৰ ঢাপত থকা জবা ফুলৰ তেজৰঙা ৰঙে



তাইৰ চকু চাট মাৰি ধৰিলে। মূৰ তুলি তাই দেখিলে, এটা সৰু খেৰৰ ঘৰ ভাঙনৰ প্ৰচণ্ড আচোৰেৰে থিয় হৈ আছে।

লগত যোৱা মানুহটোৱে নঙলা খুলি দিলে।

বিজুলীৰ মাক বাহিৰলৈ ওলাই আহিল আৰু "আইদেউ ইমান কষ্ট কৰি কেলেই আহিল" বুলি কৈ তাইক আদৰ কৰি ভিতৰলৈ নিলে। বেৰৰ কাষত থকা এখন কাঠৰ চকীত তাই বহিল। বহিয়েই ভয়াৰ্ত্ত চাৱনিৰে বিজুলী আহিব বুলি ভিতৰৰ দুৱাৰ খনলৈ চালে। মাটি এৰাই যোৱা বেৰৰ জলঙাইদি বেলিৰ পোহৰ ভিতৰত পৰাও তাই নেদেখাকৈ নাথাকিল।

ভিতৰৰ নিজৰ কোঠাৰ পৰা এইবাৰ বিজুলী ওলাই আহিল। আহি মুখত এটা অতি সৰল হাঁহিৰে তাই আৰতিৰ আগত থিয় হ'ল।

আৰতিয়ে মুহূৰ্ত্ততে মূৰ তুলি বিজুলীৰ মূৰলৈ চালে। দুফালে দুখন হাবিৰ মাজেদি বৈ যোৱা সৰু নৈৰ দৰে বিজুলীৰ মূৰৰ সেওঁতা স্পষ্ট, কিন্তু তাত সেন্দুৰৰ বিন্দু বা ৰেখা নাই। আকৌ এবাৰ ভালদৰে তাই চালে, সঁচাকৈয়ে সেই মূৰত সেন্দুৰৰ বোল নাই। বহুত সময়ৰ মূৰত তাই যেন সেপ গিলিব পাৰিলে। মনৰ ডাৱৰ সামান্যভাৱে আঁতৰিল। পদুলিমুখৰ তেজৰঙা জবা ফুলে চাঁটমাৰি ধৰা চকুৰ দৃষ্টি হ'ল মুকলি।

কোনে প্ৰথমতে কথা কব দুয়োজনীয়ে ঠিক কৰিব পৰা নাছিল। কথা নোকোৱাকৈয়ে বিজুলীয়ে কেবাবাৰো আৰতিৰ ভৰিৰ পৰা মূৰলৈকে চালে। আৰতিয়ে তাইৰ মুখলৈ ৰ লাগি চাই থাকিল। মুখত লাগি থকা সৰল হাঁহিয়ে তাইক প্ৰত্যয় জন্মালে যে এই মানুহজনী ভয়ঙ্কৰ হব নোৱাৰে। কথাৰ বিনিময় হোৱাৰ আগতেই এনে এক ধাৰণা তাই কৰি লব পাৰিলে।

ঘৰটোৰ ইফালে সিফালে চাই কিবা এটাৰ অভাৱ বৰকৈ অনুভৱ কৰি আৰতিয়ে সুধিলে, "ল'ৰাটো নাইনেকি?"

মুখমণ্ডলত সেই সৰল হাঁহিটো বিয়পাই বিজুলীয়ে কোমল মাতেৰে উত্তৰ দিলে, "সি স্কুলৰ পৰা অহাই নাই নহয়।"

এনেতে বিজুলীৰ মাক আহি আথেবেথে আৰতিক জলপান খাবৰ বাবে ভিতৰলৈ নিলে।

পৰিষ্কাৰ মজিয়াত পৰা আছে এখন পাটি-ঢাৰি। চিৰা-দৈৰ জলপান ঢাকি থোৱা আছে জালকটা কাপোৰেৰে। এফালে তামোলৰ বঁটা আৰু আনফালে মুখ ধুবলৈ পানীৰ ঘটি আৰু চৰিয়া।

অত্যন্ত সহজ আৰু ঘৰুৱা হবলৈ বৰ যত্ন কৰি আৰতি বহিল। বিজুলীয়ে হাতত বিচনী লৈ বহিল অলপ আঁতৰত। এতিয়া দুজনীৰ ভিতৰত কথা হোৱা প্ৰয়োজন বুলি ভাবি মাক ওলাই গ'ল।

বিজুলীয়ে এইবাৰ অলপো সময় অপেক্ষা নকৰিলে।

"আপোনাৰ আহোঁতে বৰ কষ্ট হ'ল। ময়েই গৈ দেখোন আপোনাক লগ ধৰিব পাৰিলোহেঁতেন।"

"এইকণ কষ্টক কষ্ট বুলি কব নোৱাৰি। আঠ মাইলমানহে হব।"

"আপোনাৰ কথা ভাবি ভাবি মই কেৱাদিনো শুব পৰা নাই।"

মুখলৈ জলপান তুলি অনা আৰতিৰ হাত হঠাৎ তললৈ নামি গ'ল। এয়া কি শুনিলে তাই! কাৰ কথা ভাবি আচলতে কাৰ টোপনি অহা নাই? বিজুলীৰ নে তাইৰ? বিজুলীয়ে তাইৰ টোপনি নোহোৱা কথাটো জানিব পাৰি এনে কথাৰে তাইক ঠাট্টা কৰিছেনেকি?

অবাক-নয়নে আৰতিয়ে তাইৰ মুখলৈ চালে। বিজুলীৰ ওঁঠ আৰু গালত সেই সৰল হাঁহি বিয়পি আছে। এনে মুখত ঠাট্টাৰ কথা প্ৰকাশ পাব নোৱাৰে। আৰতি আশ্বস্ত হ'ল।

"আপুনি শুব পৰা নাই? মোৰ কথা ভাবি?"

"আইৰ মুখেদি শুনিলো মোৰ কথাই হেনো আপোনাক বৰ কষ্ট দিছে। সেইকাৰণে, মোৰ নিজৰ কথা কবৰ বাবে আপোনাক লগ ধৰিব খুজিছিলো।"

আৰতিয়ে বিজুলীৰ শৰীৰৰ ওপৰত এইবাৰ চকু বুলালে। মূগা মেখেলা, মূগা ৰিহা আৰু অলপ মূগা বৰণৰ ঘৰত বোৱা চাদৰ আছিল তাইৰ পৰিধানত। এটা ঢিলা ব্লাউজৰ ভিতৰত বন্ধনীহীন তাইৰ দুটা স্তন ওলমি পৰিছিল।

"মোৰ পৰা আপোনাৰ কিবা বিপদ হব বুলি নাভাবিব।"

আৰতিৰ মুখত কথা নাই।

"আপুনি কিজানি নাজানে তেখেতে মোক লগত থাকিবলৈ মাতিছিল। মইহে নগ'লো।"



আজি যেন আৰতিৰ কেৱল শুনাৰ দায়িত্ব।

"তেখেতে মোক প্ৰথমতে মতা নাছিল। কেৱা বছৰো ধৈ ধৈ যেতিয়া আমনি লাগিল, তেতিয়া তেখেতক ক'লো কথাটো। তেখেতে ক'লে: তুমি ইচ্ছা কৰিলে মোৰ লগলৈ আহিব পাৰা। তেনে কথাত মই বৰ দুখ পালো। নিজৰ ইচ্ছামতে তেখেতে মোক বিয়া কৰাইছিল গতিকে লগত ৰখাটো তেখেতৰ কৰ্ত্তব্য আছিল। কিন্তু বিয়াৰ দুবছৰমান পিচতে তেখেতৰ মন সলনি হোৱা যেন দেখিলো। মোক বিয়া কৰাই তেখেত যেন সুখী হব পৰা নাই। মোক একো বেয়া কথা নকলেও তেখেতৰ মনৰ ভাৱ মই বুজিব নোৱাৰিমনে? সেই কাৰণে ভাবিলো তেখেতৰ সুখ দেখিলেই মোৰ সুখ হব। তেখেতে এদিন মোক বৰ ভাল পাইছিল, তেখেতৰ ভালপোৱাত মই উটি ফুৰিছিলো। তেখেতক মই দেৱতাৰ দৰে পূজা কৰিছিলো। সেই কাৰণে তেখেতৰ অমঙ্গল কামনা মই নকৰো। দুবছৰৰ মৰম-চেনেহেই মোক গোটেই জীৱনত সুখ দিব। তাকে মনত পেলাই মই পৱিত্ৰ হৈ থাকিম।

"মানুহে উলিয়াইছিল মোৰ কাৰণেই হেনো তেখেতে চৰকাৰী চাকৰিৰ পৰা ওলাব লগা হ'ল। শুনি মোৰ বৰ দুখ লাগিল। এদিন তেখেতৰ ওচৰলৈ গৈ ক'লোগৈ, 'আপুনি মোৰ বাবে ইমান দুখ পাব নালাগে। আপুনি মোক নিজৰ বুলি গ্ৰহণ কৰিছিল, সেয়ে মোৰ ডাঙৰ ভাগ্য। তাৰ কথা ভাবি ভাবি গোটেই জীৱন মই কটাব পাৰিম। কিন্তু আপুনি মোৰ দৰে সাধাৰণ তিৰোতা এজনী লৈ গোটেই জীৱন কটাব নোৱাৰে। আপুনি পুনৰ বিয়া কৰক, মোৰ একো আপত্তি নাথাকে। আপোনাৰ সা-সম্পত্তিত মোৰ কোনো অধিকাৰ নাই বুলি মই লিখি দিম। নতুনকৈ বিয়া কৰোৱা তিৰোতা আৰু তেওঁৰ ল'ৰা-ছোৱালীয়েই আপোনাৰ সা-সম্পত্তিৰ গৰাকী হব।'

"তেখেতক মই কেৱল এটা দাবী কৰিলো। ল'ৰাটোৰ উপাধি কাকতি হব লাগিব। তেখেতে মানি ল'লে। তাতকৈ ডাঙৰ আনন্দ মোৰ আন নাই। সেইদিনা তেখেতৰ ওচৰৰ পৰা আহি মূৰৰ সেন্দুৰো মচি পেলালো। ল'ৰাটোৰ বাহিৰে তেখেতৰ লগত হোৱা বিয়াৰ কোনো চিনেই মোক নালাগে। প্ৰথমতে তেখেতৰ পৰা মাহে মাহে টকাও

লব খোজা নাছিলো। কিন্তু ল'ৰাটোৰ বাবে আয়ে বৰকৈ কোৱাতহে লবলৈ ধৰিলো।

"আইৰ মুখত শুনিছিলো, মোৰ কথা ভাবি আপুনি হেনো বৰ কষ্ট পাব লগা হৈছে। মনত ৰাখিব মোৰ কথামতে তেখেতে আপোনাক বিয়া কৰাইছিল। গতিকে মই যেন আপোনাৰ অশান্তিৰ কাৰণ নহওঁ। হ'লে মোৰ অশান্তি বাঢ়িব। মোৰ কথা আপুনি পাহৰি পেলাব। মোৰ কথা আপুনি জানিবলৈকে পাব নালাগিছিল। মোৰ ভাগ্য বেয়া কাৰণেই হবপায় জানিবলৈ পালে। এতিয়া আপুনি কওক মোৰ বাবে আপোনাৰ অশান্তিৰ কি কাৰণ আছে?"

বিজুলীৰ কথা শুনি থাকোঁতে আৰতিয়ে উপলব্ধি কৰিলে যে বিজুলী যেন ভাব-ভাষা-ব্যক্তিত্বৰ ফালৰ পৰা তাইতকৈ বহুত ওপৰত। বিজুলীৰ শাৰীৰিক উচ্চতাও যেন ধীৰে ধীৰে বৃদ্ধি পাই আছে আৰু তাই যেন বিজুলীক মূৰ তুলিহে বহুত ওপৰত দেখিবলৈ পাইছে।

বিজুলীৰ কথা শেষ হোৱা মাত্ৰকে আৰতিয়ে একো কব নোৱাৰিলে। এক বোবা দৃষ্টিৰে প্ৰায় আন্ধাৰ ঘৰটোৰ ইফালে-সিফালে চাবলৈ ধৰিলে। কিন্তু তাই অনুমান কৰিলে মনৰ অশান্তি ধীৰে ধীৰে নিঃশেষ হৈ আহিছে।

"আপুনি তেওঁৰ লগত থাকিবলৈ নগ'ল কিয়?"

বহুদিন ধৰি যিটো প্ৰশ্নই আৰতিক নিৰ্মম আঘাত কৰি আহিছিল, তাকে এই সৰল-সহজ পৰিস্থিতিত অতি স্বাভাৱিক ভাৱে মুখৰ পৰা ওলাই আহিল।

"থাকিবলৈ নোযোৱাৰ ডাঙৰ কাৰণ হ'ল ল'ৰাটো। মই বুজি পাইছিলো যে তেখেতৰ ঘৰত ল'ৰাটোক আটায়ে পুতৌ কৰিবলৈ ধৰিব। সেইটো মই একেবাৰে সহ্য কৰিব নোৱাৰো। মোৰ যি হয় হব কিন্তু ল'ৰাটোক কাৰো অধীন হবলৈ মই দিব নোৱাৰো। তাৰ কাৰণেই মই এতিয়া বাঁচি আছো। তাক মানুহ হোৱা দেখিবলৈ পালেহে মই শান্তিৰে যেন মৰিব পাৰিম।"

আৰতিৰ চকু পানীৰে চলচলীয়া হ'ল। তাই থিয় হ'ল আৰু থোকাথুকি মাতেৰে সুধিলে, "আপোনাক ইম বাইদেউ বুলি মাতিব পাৰোনে?"



"মোক? মোক বাইদেউ বুলি?" এইবুলি বিজুলীয়ে আৰতিক দুয়োহাতেৰে সাৱটি ধৰিলে আৰু লগে লগে আৰতিয়ে তাইৰ কান্দোন শুনিবলৈ পালে।

এনেতে "আজি স্কুলত কি হ'ল জানা, আইতা" বুলি দৌৰ মাৰি বিজুলীৰ ল'ৰাটো সোমাই আহিল। বিজুলীয়ে লৰালৰিকৈ আৰতিৰ ডিঙিৰ পৰা নিজৰ হাত দুখন মুক্ত কৰি আচলৰে তৎক্ষণাতে চকুপানী মচি ল'লে।

সিহঁত বাহিৰৰ কোঠালৈ আহিল আৰু লগে লগে আহিল ল'ৰাটো।

অবাক-নয়নে ল'ৰাটোৱে আৰতিলৈ চাই চাই হাত দুখন তুলি তাইক নমস্কাৰ জনালে। বিজুলীয়ে তাৰ পিচত থিয় হৈ তাৰ বাউসি দুটাত ধৰিলে। মুখমণ্ডলত তাইৰ প্ৰকাশ পালে সন্তোষৰ পূৰ্ণতাৰ হাঁহি যদিও তাইৰ দুয়ো চকু সজল হৈয়ে আছিল।

আৰতিৰ বিস্ময় এইবাৰ সম্পূৰ্ণ হ'ল। সন্মুখত যেন এয়া শিশু ৰমেশ, তাইৰ স্বামী ৰমেশ কাকতি থিয় হৈ আছে। ল'ৰাটোৰ সমগ্ৰ শৰীৰত ৰমেশৰ সাদৃশ্য বৰ্তমান।

তালৈ তেনেদৰে মুগ্ধনয়নে আৰতিয়ে চোৱা দেখি বিজুলী আনন্দিত আৰু আচৰিত দুয়োটাই হ'ল।

"তোমাৰ নাম কি?" আৰতিয়ে তাৰ হাতত ধৰি সুধিলে।

"স্কুলত মোৰ নাম নৰেশ কাকতি। আইতাই জীউ বুলি মাতে।"

"মাৰাই কি বুলি মতে?"

"ধন বুলি।"

আৰতিয়ে দেখিলে বিজুলীয়ে সীতাৰ দৰে নিজৰ ভৰিৰ সোঁ আঙুলিলৈ চাই ৰামায়ণৰ কোনো শ্লোকৰ গৰিমাৰে থিয় হৈ আছে।

"তুমি মোৰ লগত যাবানে?"

নৰেশে মাকলৈ চালে। সি সুধিলে, "তই যাবিনেকি? তই গ'লে ময়ো যাম।"

আৰতিয়ে তাক মূৰত ধৰি মৰম কৰিবলৈ ধৰিলে।

চকীত ওলোমাই থোৱা বেগটো আনি ল'ৰাটোক কেইটামান টকা দিয়াৰ আশাৰে আৰতিয়ে হাত সুমুৱাইছিল। কিন্তু বিজুলীৰ মুখলৈ চাই তাই লাহে লাহে সুদা হাতখনকে বেগৰ পৰা উলিয়াই আনিলে।

বিদায় পৰত আৰতিয়ে ক'লে, "সোনকালেই মই আকৌ আহিম। এইবাৰ আহিলে তোমাক লৈ যাম দেই।" আৰতিয়ে ধনক দুয়ো হাতে ধৰি তাৰ গালত এটা চুমা খালে।

নঙলামুখত বিদায় দি মাকে ক'লে, "আইদেৱে ইমান কষ্ট কৰি আহিলে!"

অলপ দূৰ গৈ উভতি আৰতিয়ে দেখিলে মাক, জীয়েক আৰু নাতিয়েকে একেথৰে তাইৰ ফাললৈকে চাই আছে।

বাছত উঠি এইবাৰ আৰতিয়ে যাত্ৰীসকলৰ লগবে বুলি তাই নিজক জ্ঞান কৰিলে। যাত্ৰীসকলৰ প্ৰত্যেকটো কথা স্পষ্টভাৱে তাই শুনিবলৈ পাইছিল।

দুদিনৰ বাবে ৰমেশ এইবাৰ কলিকতালৈ গৈছিল ব্যৱসায় সংক্ৰান্তে নহয়—গৈছিল নিজৰ ঘৰতে নিজে শান্তিপূৰ্ণ পৰিবেশত জীয়াই থকাৰ উপায় বিচাৰি উলিয়াবৰ বাবে। আৰতিৰ পৰা দুদিনমানৰ বাবে আঁতৰি নাথাকিলে তেওঁৰ বাবে সেই উপায় উদ্ভাৱন সম্ভৱ নহয়।

কলিকতাৰ কোনো এক নীৰৱ কোঠাত শুই-বহি ৰমেশে এৰি অহা জীৱনৰ সেই এক ধুমুহাৰ দৰে প্ৰচণ্ড অধ্যায়ৰ কথা সুঁৱৰি চালে আৰু যিমানেই সেই কাহিনীৰ মাজত তেওঁ সোমাই পৰিল, সিমানে আৰতিৰ প্ৰতি কৰা অন্যায়ৰ বাবে অন্তৰ তেওঁৰ অনুশোচনাৰে উপচি পৰিল। তেওঁ গভীৰভাৱে উপলব্ধি কৰিলে, কোনো অন্যায়, কোনো অসত্যতা, কোনো বিসঙ্গতি আৰতিয়ে স্বামীৰ ক্ষেত্ৰত সহ্য নকৰে আৰু তেওঁ নিজেই সেই অন্যায়ৰ বাবে অনুতপ্ত নহ'লে আৰু সেই অন্যায়ৰ এক প্ৰতিকাৰ এতিয়াই কৰিব নোৱাৰিলে তেওঁ তাইক হেৰুৱাব লাগিব।

কিন্তু আৰতিক হেৰুৱাটো ৰমেশৰ পক্ষে কোনোপধ্যে সম্ভৱ নহয় —এই শেষ সিদ্ধান্তত তেওঁ উপনীত হ'ল। সত্য, আৰতিৰ প্ৰচণ্ড ব্যক্তিত্বই তেওঁৰ নিজৰ ব্যক্তিত্বক এই এক ক্ষেত্ৰত গ্ৰাস কৰিবলৈ উদ্যত হ'লেও, তেওঁৰ অন্যায়ৰ বাবে তেওঁৰ ওপৰত তাইৰ আক্ৰোশ অপ্ৰতিহত হ'লেও, আৰতিক কাষত নেপালে তেওঁৰ ভবিষ্যতৰ জীৱন অসম্পূৰ্ণ হৈ থাকিব। বিয়াৰ দিনাৰে পৰা আৰতিৰ প্ৰেম আৰু



আদৰে তেওঁক একেবাৰে অভিভূত কৰি ৰাখিছে; সেই প্ৰেম আৰু আদৰ নেপালে তেওঁৰ জীৱন বিফলে যাব।

দুটা দিনৰ নানা চিন্তা-পৰিকল্পনাৰ শেষত ৰমেশে ঠিক কৰিলে যে এই গোটেই পৰিস্থিতিটোৰ সম্মুখত তেওঁ আৰতিৰ নিৰ্দ্দেশ আৰু উপদেশ নিৰ্বিবাদে মানি লব। তাইৰ নিৰ্দ্দেশ আৰু উপদেশ এই ক্ষেত্ৰত নিৰ্বিবাদে মানি ল'লেই তাই তেওঁৰ পৰা আঁতৰি যোৱাৰ পৰিকল্পনা পৰিত্যাগ কৰিব।

কলিকাতালৈ ৰমেশ বহুত বাৰ গৈছে। কিন্তু এইবাৰ যেন তাত মাত্ৰ দুদিন থাকি তেওঁৰ জন্মান্তৰ ঘটিল। এইবাৰ এই কলিকতাত দুদিন থকাৰ স্মৃতি সমগ্ৰ জীৱন ধৰি তেওঁৰ হৃদয়ত উজ্জ্বল হৈ ৰব।

দুদিনৰ পিচত ৰমেশ কলিকতাৰ পৰা উভতি আহিল।

এইবাৰ আৰতিৰ মনত কোনো শঙ্কা নাই। ৰমেশক আচল কথা কবৰ এয়া সময়।

"মই কেইটামান কথা আপোনাক কম বুলি ভাবিছো। কথাখিনি মানি ল'লে আমি শান্তিৰে থাকিব পাৰিম।"

হাঁহি হাঁহি ৰমেশে ক'লে, "মোক কথা কবৰ বাবে তোমাক অনুমতি লাগেনেকি? কোৱা তুমি, যিহকে কোৱা তাকে শুনিম।"

"মই যিহকে কওঁ তাকে শুনিব মানে?"

"তোমাৰ দৰে শান্ত তিৰোতা এজনীক দুখ দি কোনেও সুখ পাব নোৱাৰে। আৰু মই দেখিছো যে তোমাৰ সহায় আৰু পৰিচৰ্য্যা নাপালে মই থাকিবও নোৱাৰিম।"

আৰতি দুগুণে আশ্বস্ত হ'ল!

"মই গাৱঁলৈ গৈছিলো।"

"গাৱঁলৈ?"

"নৰেশ আৰু তাৰ মাকক চাবলৈ।"

ৰমেশ অবাক।

"মই ভাবিছো মাকক ইয়াত আমাৰ লগত একেলগে থাকিবলৈ মাতিম। আহিব নুখুজিলে সেই ঠাইতে ভাল ঘৰ-দুৱাৰ সাজি দিব

লাগিব। তাত থাকিলেও তেওঁ ইয়ালৈ প্ৰায়ে আহিব। কিন্তু নৰেশক নগৰত ৰাখি পঢ়ুৱাব লাগিব। তাক মানুহ কৰিব লাগিব।"

ৰমেশে বিস্মিতভাৱে ক'লে, "মোক নোসোধাকৈ তুমি এনে কাম—।"

"আপোনাক সুধি এনে কাম কৰাৰ যুক্তি নেদেখো। মোৰ কথাত যদি মান্তি নহয়, তেন্তে আজিয়েই মই এই ঘৰৰ পৰা ওলাই যাম।"

আৰতিয়ে মূৰ তুলি ৰমেশলৈ চালে। তেওঁ দেখিলে চকুৰ আগত যেন তাইৰ শাৰীৰিক উচ্চতা বৃদ্ধি হবলৈ ধৰিছে। সকলো ফালৰপৰা তাই যেন তেওঁতকৈ বহুত উচ্চত।

অলপ পিচত ৰমেশে দুয়ো হাত প্ৰসাৰিত কৰি আৰতিক আহ্বান জনালে। ধীৰে ধীৰে তাই স্বামীৰ বাহুবন্ধনত সোমাল।

সেইদিনা গধূলি আৰতিয়ে ভাবিলে ঃ এতিয়া বাকী থাকিল মিনতিৰ বিয়াখন ভালদৰে পতা।

তাই ভাবিলে ঃ দিবাকৰেও এইবাৰ তাইৰ কথা নুশুনাকৈ থাকিব নোৱাৰিব।